প্ৰথম প্ৰকাশ
জুন, ১৯৯৭

প্ৰকাশক : বৰ্ণমালা
ভঙাগড়, গুৱাহাটী - ৭৮১০০৫

পৰিবেশক : ফ'কাচ
ভঙাগড়, গুৱাহাটী - ৭৮১০০৫



প্ৰচ্ছদ : সুব্ৰত চৌধুৰী

বৰ্ণ বিন্যাস : সৌভিক গ্ৰাফিকচ্, গুৱাহাটী

মুদ্ৰক : অজন্তা প্ৰিন্টাৰ্স
৭বি সীতাৰাম ঘোষ স্ট্ৰীট
কলিকাতা - ৭০০০০৯

মূল্য : ৪৫০০

এক স্থিৰ আদৰ্শ আৰু নীতিত
অটল থাকি দেশৰ-দহৰ হিতৰ
বাবে নিজৰ সকলো ত্যাগ
কৰিবলৈ কুণ্ঠা বোধ নকৰা
আমাৰ সমাজত মুষ্টিমেয়
যিসকল লোক আজিও বৰ্তি
আছে, সিসকলৰ
হাতত শ্ৰদ্ধাৰে ---

# ব্যক্তিগত দু-আষাৰ

ক্ষুদ্ৰ কলেৱৰৰ এই উপন্যাস তিনিখন লিখিছিলো বিভিন্ন সময়ত ভিন ভিন আলোচনীৰ বিশেষ সংখ্যাৰ বাবে। ১৯৮৬ চনৰপৰা আৰম্ভ কৰি ১৯৯২ চনলৈ বিভিন্ন সময়ত স্বয়ংসম্পূৰ্ণ হিচাপেই প্ৰতিখন লিখা হৈছিল। লিখাৰ সময়ত কোনো ক্ৰম বা বিশেষ পৰিকল্পনা মনলৈ অহা নাছিল। পিছত হঠাতে অনুভৱ কৰিলো যে আচৰিত ধৰণে উপন্যাসকেইখনৰ মাজত এক যোগসূত্ৰ নথকা নহয়। সেয়েহে তিনিওখন উপন্যাস একে লগ কৰি প্ৰকাশ কৰাৰ কথা চিন্তা কৰিলো। অতি ক্ষীণকায় এই উপন্যাস তিনিখন ত্ৰয়ী উপন্যাস (Trilogy)ৰ শাৰীত অন্তৰ্ভুক্ত হ'বনে নহয় সেই কথা পাঠকেই বিচাৰ কৰিব।

উপন্যাসকেইখন লিখিবলৈ বিভিন্ন সময়ত অজিত ভূঞা আৰু দিলীপ চন্দনে তাড়না দি আছিল। সাময়িক নানা আহুকালৰ মাজত তেওঁলোকৰপৰা এই তাড়না নোপোৱা হ'লে লিখাৰ যন্ত্ৰণা হয়তো মই কেতিয়াও নল'লোহেঁতেন।

মোৰ গল্প আৰু উপন্যাস কিতাপ আকাৰে প্ৰকাশ কৰিবলৈ অনবৰত তাগিদা দি থকা কেইজনমান বন্ধু হ'ল ড° শিৱনাথ বৰ্মন, মাণিক দাস আৰু চন্দ্ৰ মজিন্দাৰ বৰুৱা। তেওঁলোকে খেচ খেচাই থকা সত্ত্বেও মোৰ এলেহুৱা স্বভাৱৰ বাবেই কামৰ প্ৰস্তুতি হৈ নুঠে। ফলত আজিও মোৰ গল্প-উপন্যাস বিভিন্ন আলোচনীৰ পাতত্তে জাহ গৈ আছে। পিছে এই কিতাপখনৰ বেলিকা মোৰ ভ্ৰাতৃপ্ৰতিম সুহৃদ মাণিক দাসে নিজাকে উদ্যোগ লৈ আগতীয়াকৈ প্ৰকাশকৰ সৈতে যোগাযোগ কৰি মোক হাতে কামে লাগিবলৈ এক প্ৰকাৰ বাধ্য কৰিলে। গতিকে কিতাপখন প্ৰকাশ হোৱাৰ বহুখিনি কৃতিত্ব নিঃসন্দেহে তেওঁৰ প্ৰাপ্য।

নতুন প্ৰকাশন গোষ্ঠী 'বৰ্ণমালা'ই কিতাপখন প্ৰকাশৰ দায়িত্ব লৈ অপ্ৰত্যাশিতভাৱে অতি কম সময়ৰ ভিতৰত সুন্দৰকৈ ছপা কৰি উলিয়ালে। এই ক্ষেত্ৰত তেখেতসকলৰ অতুলনীয় উদ্যম আৰু সদিচ্ছাৰ প্ৰশংসা নকৰি নোৱাৰি। 'বৰ্ণমালা' প্ৰকাশন গোষ্ঠীৰ সৈতে জড়িত কেউগৰাকী ব্যক্তিলৈ এইখিনিতে মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

উপন্যাসকেইখনৰ পাণ্ডুলিপি তৈয়াৰ কৰা, কপি কৰা আৰু অ'ত ত'ত মূল্যবান উপদেশ দিয়া আদি কামত মাধৰী বৰকটকী, চন্দ্ৰ বৰা, অজিত শৰ্মা, শ্ৰীমান শংকু আৰু টিংকিয়ে বিভিন্ন ধৰণে সহায়ৰ হাত আগবঢ়াইছিল। তেওঁলোক আটাইৰে কামৰ আন্তৰিক শলাগ লৈছোঁ।

— লেখক।

# সূচী

## (এক)

চহৰখনলৈ গধূলিৰ লগে লগে মৰিশালিৰ স্তব্ধতা নামি আহে। ৰাতি ন-দহ বজালৈকে ব্যস্ত, মুখৰ চহৰখনত আজি কিছুদিনৰপৰা বিৰাজ কৰিছে গাঁৱৰ শ্মশানৰ পৰিৱেশ। কেউপিনে আতঙ্ক, ভয়। শ্মশানত মানুহ নাথাকে। থাকে হেনো ভূত-প্ৰেত আৰু নিশাচৰ পশু-পক্ষী। অথচ এইখন চহৰত হেজাৰ হেজাৰ মানুহ আছে। দিনৰ ভাগত মানুহ দেখা যায়। আতঙ্কগ্ৰস্ত, ভীতিবিহ্বল মানুহ। কিন্তু গধূলিৰ লগে লগে আৰু বাহিৰত মানুহ দেখা নাযায়। গাঁতত সোমাই থকা পকৰাৰ দৰে মানুহবোৰ সোমাই পৰে ঘৰৰ ভিতৰত। ডাঙৰকৈ কথাও নাপাতে। কেঁচুৱাটোৱে পৰ্যন্ত কান্দিবলৈ ভয় কৰে। শ্মশানত বিচৰণ কৰা কথিত ভূত-প্ৰেতৰ সলনি যেনিবা চহৰখনত বিচৰণ কৰে পুলিচ-চি আৰ পিয়ে।

সৰ্বসাধাৰণ মানুহৰ জীৱন বিপন্ন, প্ৰাণৰ সংশয়। মৃত্যুৰ বিভীষিকা যেন নামি আহিছে। কেউপিনে মৃত্যু আৰু মৃত্যু, আতঙ্ক আৰু আতঙ্ক। অ'ত তিনি হেজাৰতো অধিক নিহত, ত'ত এহেজাৰ। চি আৰ পিৰ অত্যাচাৰত গাঁও এৰি হাৰিত মানুহৰ আশ্ৰয়। ত্ৰিছ গৰাকী মহিলা ধৰ্ষিতা।

বাতৰি কাকতত এইবোৰ খবৰ। মানুহৰ খবৰ। কিন্তু সঁচাকৈয়ে জানো এইবাৰ মানুহৰ খবৰ? মানুহ মানুহ হৈ আছেনে? নহয়, মানুহক মানুহ বুলি জ্ঞান কৰা হোৱা নাই। মানুহ পৰিণত হৈছে সংখ্যালৈ। তিনি হেজাৰ, দুহেজাৰ, পাঁচশ, দুশ ইত্যাদি। কিছুমান নিৰ্জীৱ পৰিসংখ্যা। পৰিসংখ্যা, কেৱল পৰিসংখ্যা। প্ৰতিদিনৰ সংখ্যাই আগৰটোক চেৰ পেলাইছে। তীব্ৰ গতিত ঘটনাস্ৰোত সলনি হৈছে। মানুহ হতভম্ব, স্তম্ভিত, বিমূঢ়, আতঙ্কিত। আতঙ্কৰ বিভীষিকা তীব্ৰৰপৰা তীব্ৰতৰ কৰিছে ৰাজকীয় উৎপীড়নে। পিতৃ-মাতৃৰ সন্মুখত কিশোৰ পুত্ৰক চি আৰ পিয়ে জোতাৰে গুৰিয়াই, গুৰিয়াই, বন্দুকেৰে খুন্দিয়াই মৃতপ্ৰায় কৰিছে। মাজনিশা দুৱাৰ ভাঙি ঘৰ সোমাই গাভৰু স্ত্ৰী-কন্যাক বলাৎকাৰ কৰিছে পুলিচ-মিলিটাৰিয়ে।

এইবোৰ দৈনন্দিন ঘটনা, দৈনন্দিন খবৰ। কেউপিনে সন্ত্ৰাস। সৰ্বগ্ৰাসী সন্ত্ৰাস আৰু আতঙ্কৰ ৰাজত্বত সৰ্বসাধাৰণ মানুহৰ মগজু নিষ্ক্ৰিয় হৈ পৰিছে। ৰাজকীয় সন্ত্ৰাসৰ প্ৰতিক্ৰিয়াৰ ফল স্বৰূপে অ'ত ত'ত বিক্ষিপ্ত প্ৰতিবাদ, দুই এক প্ৰতি-সন্ত্ৰাসৰ বিক্ষিপ্ত ঘটনা। হিংস্ৰতা উন্মত্ততাৰ ভয়াবহ পৰিৱেশত কেৱল মৃত্যুৰ তাণ্ডৱ লীলা।

চিৰ শান্তিপ্ৰিয় এই মানুহৰ মাজত কিয়, কেনেকৈ আৰু কোনে মেলিলে এই বিভীষিকা ? এটা জাতি এটা গোষ্ঠীৰ নিজৰ অস্তিত্ব ৰক্ষাৰ হকে থিয় হোৱাত দোষ কোনখিনিত ? নিজৰ ভাষা-সংস্কৃতি, নিজৰ অধিকাৰ, সৰ্বোপৰি সাতামপুৰুষীয়া ভেটিটোৰ প্ৰতি মানুহৰ আৱেগিক একাত্মতাক স্বীকৃতি নিদিয়াৰ ৰাজনৈতিক চাতুৰিৰ বিৰুদ্ধে প্ৰতিবাদ কৰাটো অন্যায় হ'ল কোনখিনিত ? আনহাতে, ৰাজনৈতিক ক্ষমতা লাভৰ হকে এচাম লোকক ডবা খেলৰ গুটিৰ দৰে ব্যৱহাৰ কৰা, অধিকাংশ লোকৰ প্ৰতিবাদৰ কণ্ঠ ৰুদ্ধ কৰা, এয়া কেনে ধৰণৰ গণতান্ত্ৰিক প্ৰক্ৰিয়া ? এয়া গণতন্ত্ৰৰ নামত অৰ্ধ-ঔপনিবেশিক, অৰ্ধ-সামন্তবাদী শাসনতন্ত্ৰ নহয়নে ? ব্যক্তি স্বাধীনতা, নাগৰিক স্বাধীনতাৰ ঢাক-ঢোল কোবোৱা এইখন দেশত পুলিচ-মিলিটাৰিৰ এই ৰাজত্বই কিহৰ সূচনা কৰিছে ?

এক বিকট চিঞৰৰ শব্দই নিমিষতে সৰ্বত্ৰ পৰিব্যাপ্ত নিৰ্জনতাৰ ডাঠ আৱৰণখন যেন ছিন্ন-ভিন্ন কৰি দিলে। এখন জয়াল শ্মশানৰ ভয়ানক স্তব্ধতাক বিদীৰ্ণ কৰি অকস্মাতে ভয় আৰু আতঙ্কৰ গভীৰ সমুদ্ৰলৈ ঠেলি নিয়াৰ দৰে এই বিকট শব্দটোৱে, মানুহজনক যেন আতঙ্কৰ অতল খাদলৈ লৈ গ'ল। তেওঁৰ মুখ বিবৰ্ণ হৈ পৰিল। তেওঁৰ চিন্তাত যতি পৰিল। দৰাচলতে তেওঁৰ চিন্তা শক্তি লোপ পালে। নিথৰ-নিস্পন্দ হৈ তেওঁ ৰৈ থাকিল।

কিমান সময় তেওঁ এনেদৰে চেতনাবিহীন লোকৰ দৰে ৰৈ আছিল ঠিক ক'ব নোৱাৰে, কিন্তু সম্বিৎ ঘূৰাই পাই দেখে যে অতপৰে চিন্তাত মগ্ন হৈ আহি থাকি তেওঁ যিখিনি ঠাই পাইছেহি সেইখিনি হ'ল হাইস্কুলখনৰ সন্মুখ। যোৱা এমাহ ধৰি হাইস্কুল প্ৰাঙ্গণ পৰিণত হৈছে চৰকাৰী সমৰ শিবিৰত। প্ৰায় এহেজাৰ অৰ্ধ-সামৰিক বাহিনী আৰু আগ্নেয়াস্ত্ৰৰে শিবিৰত সমৰ প্ৰস্তুতি। আশ-পাশৰ লোকৰ মাজত সন্ত্ৰাসৰ সৃষ্টি। এজাক ক্ষুধাতুৰ হিংস্ৰ বাঘক যেন চিকাৰৰ বাবে সাজু কৰি ৰখা হৈছে। চিকাৰ দেখা মাত্ৰকে জঁপিয়াই পৰিব।

ক্ষন্তেক আত্মস্থ হৈ এন্ধাৰৰ মাজত ইফালে-সিফালে চাই পঠিয়াওঁতে তেওঁ দেখা পালে অনতিদূৰত সেই বিকট চিঞৰৰ উৎস। কেইখোজমান আগবাঢ়ি আহি তেওঁ ৰৈ গ'ল। ৰাস্তাৰ লাইটবোৰ জ্বলা নাই। আজি কেইবাদিনো ধৰি বিদ্যুৎ-যোগান বন্ধ হৈ আছে। ক'ৰবাত হেনো ডাঙৰ ট্ৰেন্সফৰমাৰ এটা বিকল কৰি পেলাইছে। ডিজেল জেনেৰেটৰে শিবিৰৰ ভিতৰত বিদ্যুৎ-যোগান ধৰিছে যদিও ৰাস্তালৈ তাৰ পোহৰ আহি নাপায়। ক্ষীণ পোহৰৰ ৰেশ এটা মাথোঁ দেখা যায়। শিবিৰটোত জ্বলি থকা লাইটবোৰে পোহৰাই ৰখা অকমান অঞ্চলটোৰ বাহিৰে গোটেই চহৰ অন্ধকাৰত ডুব গৈ আছে।

দৃশ্যটো দেখাৰ লগে লগে মানুহজনৰ শৰীৰৰ মাজেৰে যেন বিদ্যুৎ-প্ৰবাহ সঞ্চাৰিত হ'ল। এজন ১৮/১৯ বছৰীয়া ল'ৰাক চাৰিটা চি আৰ পিয়ে মাটিত পেলাই লৈ বুটেৰে গুৰিয়াইছে আৰু বন্দুকৰ নলেৰে খুন্দিয়াইছে। ল'ৰাজনৰ মুখেৰে হোলাকা

হোলোকে তেজ ওলাইছে। বিকট চিঞৰ মাৰি পৰি যোৱাৰ পাছত তাৰ ওপৰত যি নৃশংস উৎপীড়ন চলাইছে ল'ৰাজনৰ বোধকৰোঁ চিঞৰিবলৈ অৱশিষ্ট শক্তি নিঃশেষ হৈছে। হয়তো তাৰ সংজ্ঞা লোপ পাইছে। নাতিদূৰত পৰি থকা চাইকেলখন আন এটা চি আৰু পিয়ে ওপৰলৈ তুলি থেকেচাত ব্যস্ত হৈছে।

ৰাস্তাৰ মাজত সিঁচৰতি হৈ পৰি আছে টিফিন কেৰিয়াৰৰ বাটি কেইটামান আৰু কিবা-কিবি খাদ্য। হয়তো ল'ৰাজনে হস্পিটাললৈ কোনোবা আত্মীয়ৰ বাবে খাদ্য লৈ গৈছিল। নিশ্চল, মৃতপ্ৰায় ল'ৰাজনক নিৰ্জীৱ কাঠ এটুকুৰাৰ দৰে চি আৰু পি চাৰিটাই তেতিয়াও গুৰিয়াই লথিয়াই আছে। তাৰ মুখেৰে কাতৰ গেঙনি বাহিৰ হৈছে।

মানুহজন ক্ষন্তেক হতভম্ব হৈ ৰৈ থাকি এজাৰৰ মাজেৰে এখোজ-দুখোজকৈ আগবাঢ়িল। মানুহজন চি আৰু পিকেইটাৰ ওচৰ পালে আৰু তেওঁ প্ৰায় ধমকিৰ সুৰত চিঞৰি উঠিল ঃ ল'ৰাজনক তোমালোকে দেখোন মাৰি পেলাবা এতিয়া! কি কৰিছে সি ?

অপ্ৰত্যাশিতভাৱে আবিৰ্ভাৱ হোৱা মানুহজনৰ মাত শুনি চি আৰু পিকেইটা ক্ষন্তেক থমকি ৰ'ল আৰু ওলোটাই তাচ্ছিল্য কৰিলে ঃ তুমি আকৌ কোন লিডাৰ ? অলপ পৰ ৰোৱা, ইয়াৰ ব্যৱস্থাটো কৰি উঠি তোমাৰো একে অৱস্থা কৰি দিম এতিয়াই।

হিংস্ৰ পশুৰ দৰে বন্য হৈ আগবাঢ়ি অহা চি আৰু পি দুটালৈ চাই দুই হাত দাঙি মানুহজনে চিঞৰি উঠিল ঃ তোমালোক মানুহ নে জানোৱাৰ ? চাওঁ এৰি দিয়া ল'ৰাটোক।

মানুহজনে ল'ৰাটোক দুহাতেৰে তুলি ধৰিবলৈ হাউলি দিয়াৰ লগে লগে 'চালা আসামী......' বুলি আন এটা চি আৰু পিয়ে মানুহজনৰ কঁকালত বুটেৰে গোৰ এটা মাৰি দিলে। নিজকে চম্ভালিব নোৱাৰি মানুহজন হামখুৰি খাই পৰি গ'ল। তেনেকুৱাতে দূৰৈত নিৰ্বিকাৰ ভঙ্গীৰে চিগাৰেট হুপি ৰৈ থকা চি আৰু পি প্লেটুনটোৰ ভাৰপ্ৰাপ্ত বিষয়া স্থানীয় পুলিচ চাব-ইন্স্‌পেক্টৰজন আগবাঢ়ি আহি পৰি যোৱা মানুহজনৰ গাত টৰ্চটো জ্বলাই দিলে। বন্দুকৰ নলেৰে খুন্দিয়াবলৈ উদ্যত হোৱা চি আৰু পিকেইজনক বিষয়াজনে ৰ'বলৈ নিৰ্দেশ দিলে।

মানুহজন মাটিৰপৰা উঠি থিয় হ'ল আৰু কঁকালটো পোনাই ল'লে। পুলিচ চাব-ইন্স্‌পেক্টৰে মানুহজনৰ মুখৰ ওপৰত টৰ্চটো জ্বলাই দি ক'লে ঃ কিহে প্ৰফেচাৰ, আন্দোলনৰ লিডাৰ বনিছা হয়, পিছে সাৱধানে চলা-ফুৰা কৰিবা। তোমাৰ কপাল আজি ভাল গুণেহে মই এইখিনিত আছিলোঁ। নহ'লে তো আজিয়েই হস্পিটাল পালাহেঁতেন। হাত-ভৰি কেইখনেইবা ঠিক ঠিক ঠাইত থাকিলহেঁতেননে নাই ? সৌটোক দেখিছানে নাই, পাইছে নহয় সেকাটো।

মানুহজনে পুলিচ চাব-ইন্স্‌পেক্টৰজনলৈ এবাৰ চাই পুনৰ হাউলি ল'ৰাজনক দুহাতেৰে তুলি থিয় কৰাই দিয়াৰ চেষ্টা কৰিলে। ল'ৰাজনৰ নাক-মুখেৰে তেতিয়াও

তেজ বৈ আছে। নিজৰ ভৰিত থিয় হৈ ৰ'বৰ তাৰ গাত শক্তিয়েই নাই। ল'ৰাজনৰ হাতখন নিজৰ কান্ধৰ ওপৰত লৈ তাক থিয় কৰি ৰাখি মানুহজনে হিংস্ৰ জন্তুৱে চিকাৰলৈ চাই থকাৰ দৰে তেওঁলোকক ঘেৰি থকা চি আৰ পিকেইটালৈ এবাৰ চাই পুলিচ চাব-ইন্স্পেক্টৰক উদ্দেশি সুধিলে ঃ কোৱাচোন এই ল'ৰাজনৰ কি দোষ ? সি নিশ্চয় হস্পিটাললৈ যাবলৈ আহিছিল।

পুলিচ চাব-ইন্স্পেক্টৰ গৰ্জি উঠিল ঃ চোৱা প্ৰফেচাৰ, তুমি একালৰ বন্ধু হ'লা বুলিও তোমাক ইয়াতকৈ আগবাঢ়িব দিব নোৱাৰোঁ। তুমি নাজানা নেকি মোৰ হাতত যাকে মন যায় তাকেই গুলি পৰ্যন্ত কৰাৰ ক্ষমতা আছে ? আৰু ইয়াৰ কথা সুধিছা ? এই ল'ৰাচবৰ ফন্দী চিনি পাবলৈ বাকী আছে বুলি ভাবিছা নেকি ? টিফিন কেৰিয়াৰ আৰু জেপত হস্পিটালৰ কাগজখন লৈ সি আমাৰ চকুত ধূলি দিব খুজিছিল। পাইছে নহয় মজাটো ! তোমাৰ যদি তাৰ প্ৰতি ইমান দৰদ উপজিছে, ব'লা তুমিও থানালৈ।

অইন একো কথা কোৱাৰ সুযোগ নিদি পুলিচ বিষয়াজনে চি আৰ পিকেইজনক নিৰ্দেশ দিয়াৰ লগে লগে ল'ৰাটো আৰু মানুহজনক চোঁচোৰাই চোঁচোৰাই লৈ গৈ ওচৰত ৰৈ থকা গাড়ীখনলৈ গতা মাৰি দিলে।

সবেগে গাড়ীখন ৰাতিৰ এন্ধাৰ আৰু নিস্তব্ধতা ফালি ধাবমান হ'ল।

(দুই)

যোৱা কেবাদিনো ধৰি হৰেকৃষ্ণ চৌধুৰীৰ মনৰ অৱস্থা ভাল নহয়। মনৰ লগে লগে শৰীৰো। ৰাতি হ'লে টোপনি নাহে। কিতাপ পঢ়িবৰ চেষ্টা কৰিছে যদিও বৃথা হৈছে। কিতাপত মন বহুৱাব পৰা নাই। খোলা কিতাপ খোলা অৱস্থাতে বৈছে আৰু তেওঁৰ মন অশান্তভাৱে চেকুৰি ফুৰিছে যেনি-তেনি। পত্নী কমলায়ো চৌধুৰীৰ মনৰ ভিতৰৰ সবিশেষ গমি উলিয়াব পৰা নাই। ৰাতি যেতিয়া বিছনাত চৌধুৰীয়ে ছটফট কৰি থকা দেখিছে, কিম্বা মাজৰাতি সাৰ পাই দেখিছে যে চৌধুৰীয়ে চিগাৰেট হুপি বহি আছে, তেতিয়াই কমাই চৌধুৰীক সুধিছে। কমাই ধৰি লৈছে, চাকৰিটো সম্পৰ্কত চৌধুৰী গভীৰভাৱে চিন্তান্বিত হৈ পৰিছে। দৰমহা নোপোৱাকৈ চলিব লগীয়া হোৱা দুমাহ হৈ গ'ল। ঘৰত বিধৱা মাক আৰু ভনীয়েক দুজনীলৈ মাহেকৰ খোৰাক নপঠিয়ালেই নহয়। ইপিনে ইয়াত ভাড়া ঘৰ লৈ ল'ৰাটোৰ সৈতে তেওঁলোকৰ সংসাৰখনৰ সমস্ত খৰচৰ বাবে আৰ্জনৰ বাট হ'ল মাহেকৰ মূৰত গণি গণি পোৱা দৰমহাৰ টকাকেইটা।

আজি দুমাহ হ'ল হৰেকৃষ্ণ চৌধুৰী চাকৰিৰপৰা নিলম্বিত হৈ আছে। সাঁচতীয়া টকা চাৰিহেজাৰমান আছিল, তাৰে টুকিটাকি এতিয়ালৈ চলি আছে। আৰু হয়তো ৰৰ বেছি এটা মাহ চলিব পাৰিব। তাৰ পাছত ? তাৰ পাছত ধাৰ-ঋণ কৰিব লাগিব। কিন্তু ধাৰ খপেইৱা কিমান দিনলৈ ? চাকৰিয়েই যেতিয়া অনিশ্চিত, জীৱিকাৰ অন্য পথ বিচাৰি উলিয়াব লাগিব। হৰেকৃষ্ণ চৌধুৰীৰ দৰে মানুহে জীৱিকাৰ কি অন্য পথ বাছি ল'ব ?

খুবেই স্বাভাৱিক, এইবোৰ দুশ্চিন্তা-দুৰ্ভাৱনাই চৌধুৰীক হয়তো অস্থিৰ কৰি তুলিছে। কমাই যিমানখিনি পাৰে চৌধুৰীৰ দুশ্চিন্তা লাঘৱ কৰাৰ চেষ্টা কৰিছে। সাহস দিয়াৰ চেষ্টা কৰিছে। ঘৰৰ খৰচ যিমান পাৰে কমাই আনিছে। একান্ত নহ'লে নচলা বিধৰ খৰচৰ বাহিৰে আন খৰচ বিলাস বুলি গণ্য কৰিছে। কিন্তু খৰচ কমোৱাৰো এটা সীমা আছে। ইতিমধ্যে ডাইলৰ লগত ভাজিখনো বিলাসত পৰিণত হৈছেই। হয়তো আৰু কেইদিনমান পাছতে ল'ৰাটোৰ বাবে লোৱা গাখীৰকণো বিলাসৰ সামগ্ৰী বুলি গণ্য কৰিব লাগিব।

চাকৰিটো গুচি গ'লে যে চৌধুৰীৰ দৰে মানুহে কি কৰি জীৱিকাৰ পথ উলিয়াব, কমাই ভাবিকে নাপায়। সংসাৰ কৰিছেহে, মানুহটো সাংসাৰিক কিন্তু মুঠেও নহয়। কিতাপ পঢ়িছে, পঢ়ুৱাইছে, মাজে সময়ে লিখিছে আৰু মাহেকৰ মূৰত দৰমহাৰ টকাকেইটা কমাৰ হাতত তুলি দি সাংসাৰিক দুশ্চিন্তাৰপৰা নিজে অব্যাহতি লৈছে।

প্ৰথম অৱস্থাত কমাই চৌধুৰীৰ এই স্বভাৱৰ বাবে কথা শুনাইছিল। লগৰ আন আনসকলৰ কথা কৈ দুখ কৰিছিল। চাকৰিৰ হেনো কুৰি বছৰেই হ'ল। আজিলৈকে নিজাকৈ ঘৰ এটাও সাজিব পৰা নাই। ভৱিষ্যতে কেতিয়াবালৈ যে সাজিব পাৰিব, তাৰো লক্ষণ দেখা নাযায়। কেৱল কিতাপ পঢ়ি, ডাঙৰ ডাঙৰ কথা কৈ থাকি, দেশৰ কথা চিন্তা কৰি বহি থাকিলে তো আৰু ঘৰ-দুৱাৰ নহয়। দেশৰ কথা চিন্তা কৰি থাকিলে দেশে জানো খুৱাব-পিন্ধাবলৈ আহিব ? মাটি অলপমান আৰু ঘৰ সজাৰ বাবে ঋণ এটাকে দেখোন আজিলৈকে ল'ব পৰা নাই। সম্পত্তি বুলিবলৈ আছে গাঁৱৰ ভেটি-মাটি-ডোখৰ।

এইবোৰ কথা কমাই প্ৰথম অৱস্থাত ক্ষোভত চৌধুৰীক শুনাইছিল। কিন্তু চৌধুৰী নিৰ্বিকাৰ। দেশত কত মানুহ ঘৰ নোহোৱাকৈ আছে, অকল তেওঁহেনে ? এয়া মধ্যবিত্ত শ্ৰেণীৰ আশা-আকাংক্ষা আৰু স্বাৰ্থপৰতা ইত্যাদি ইত্যাদি বুলি চৌধুৰীয়ে উৰাই দিয়ে। কমাৰ দুগুণে খং উঠে। চৌধুৰীৰ সমান পঢ়া-শুনা কমাৰ নাথাকিব পাৰে, কিন্তু তাই এটা কথা জানে যে নিজৰ নিৰাপত্তাৰ কথা নিজে চিন্তা নকৰিলে আনে একো নকৰে। চৰাইটোৱেও পৰ্যন্ত পোৱালিৰ বাবে খেৰ-কুটা কঢ়িয়াই বাহ এটা সাজে। তেনেস্থলত নিজৰ অক্ষমতাক, নিজৰ অকৰ্মণ্যতাক ঢাকি ৰাখিবলৈ চৌধুৰীৰ দৰে মানুহেহে এইবোৰ মনে সজা ডাঙৰ ডাঙৰ যুক্তিৰ আশ্ৰয় লয়।

নিজাকৈ ঘৰ এটা, আশ্ৰয় এটা লাগে বুলি চৌধুৰীয়েও মানি লয়। তেওঁও জানে সকলোৱে কৰিছে। তেওঁতকৈ আধা দৰমহা পোৱা মানুহেও ঘৰ সাজিছে। কোনোবাই ঋণ লোৱা দেখুৱাইছে, কোনোবাই পৈতৃক সম্পত্তিৰ বিনিময়ত সাজিছে। কোনোবাই আকৌ শহুৰেকৰপৰা টকা লৈ সাজিছে। কাৰোবাৰ শহুৰেকেই জীয়েকক বুলি সাজি দিছে। মুঠতে তেওঁৰ নিচিনা সকলোৱে চহৰত ঘৰ-মাটি এডোখৰ কৰাৰ জীৱনৰ প্ৰধান অভিলাষ পূৰণ হৈছে। যাৰ হোৱা নাই, তেওঁ তেওঁৰ জীৱন বিফলে যোৱা বুলি গণ্য কৰি উন্মাদৰ দৰে হৈ পৰিছে। কিন্তু হৰেকৃষ্ণ চৌধুৰীহে নিৰ্বিকাৰ। অন্ততঃ হাতে কামে কিবা এটা কৰাৰ ক্ষেত্ৰত তেওঁ নিৰ্বিকাৰ।

কমাৰ অত্যন্ত খং উঠিছিল তেতিয়াহে, যেতিয়া এইবোৰ কথা উলিয়ালে চৌধুৰীয়ে বিয়াৰ আগৰ কথা সোঁৱৰাই দিয়া কৰিছিল। আগৰ কথা আগৰ। তাই তেতিয়া সৰু ছোৱালী আছিল। সংসাৰ, জীৱন সম্পৰ্কে অভিজ্ঞতা নাছিল। তাই তেতিয়া কিবা এটা কথাত মান্তি হৈছিল বা কিবা এটা কথা কৈছিল বুলিয়ে সেইটো বিয়াৰ পিছতো সোঁৱৰাই থাকি তাইৰ মুখ বন্ধ কৰাৰ চেষ্টা কৰাটো জানো উচিত ?

স্বভাৱতে স্বল্পভাষী কমাই বহুতো কথা ভাবেহে, মুখ খুলি কিন্তু কাকো একো ক'ব নোৱাৰে। প্ৰথম অৱস্থাত ঘৰ-সংসাৰৰ দুই এটা কথা খং অভিমানত চৌধুৰীক তাই কৈছিল যদিও তাৰ বাবে তাই নিজে অনুশোচনাত দুগুণে অশান্তি পাইছিল। তদুপৰি

ক্রমে ক্রমে দিন যোৱাৰ লগে লগে এটা কথা তাই বুজি উঠিছিল যে হৰেকৃষ্ণ চৌধুৰী মানুহজন আন দহজনৰ দৰে নহয়। তেওঁ এজন সুকীয়া মানুহ। তেওঁৰ ওচৰত খং অভিমান কৰি লাভ নাই।

লাহে লাহে তাইৰ মনত এটা ধাৰণা বদ্ধমূল হ'ল যে হৰেকৃষ্ণ চৌধুৰী এক অবোধ শিশুৰ দৰে, যাক মাথোঁ ভাল পাব পাৰি আৰু অইন যিয়েই নহওক কিয়, যাক অন্ততঃ সংসাৰৰ অযথা দায়-দায়িত্বৰে জুকলা কৰিব নোৱাৰি।

হৰেকৃষ্ণ চৌধুৰীৰ প্ৰতি কমাৰ ভালপোৱাই ক্ৰমে ক্ৰমে এনে এক মোহৰ পৰ্যায় পাইছেগৈ যে তেওঁৰ প্ৰতিটো কামতে তাইৰ কেৱল দুশ্চিন্তা। বাহিৰৰপৰা ঘৰলৈ আহোঁতে নিৰ্ধাৰিত সময়তকৈ ক্ষন্তেক পলম হ'লেও কিম্বা অলপ সময়ৰ বাবে চৌধুৰী কমাৰ চকুৰ আঁতৰ হ'লেও তাই উদ্বিগ্ন হৈ পৰে। তাইৰ ধাৰণা—ইমান শিশুকাতৰ, ইমান অনুভূতিপ্ৰৱণ মানুহজনক যেন তাইৰ বাহিৰে আন কোনেও বুজি নাপায়। তাইৰ ভয়—যি কোনো মুহূৰ্ততে যেন তেওঁ বিপদত পৰিব।

আচৰিত কথা, হৰেকৃষ্ণ চৌধুৰীৰ বাবে যেতিয়াই কমাৰ দুশ্চিন্তা-দুৰ্ভাবনা বাঢ়ি আহে, তেতিয়াই তাইৰ মন তাইৰ অজ্ঞাতে উৰা মাৰে সিহঁতৰ বিয়াৰ আগৰ সেই অতীতলৈ। বিয়াৰ আগৰ সেই দুটা বছৰৰ স্মৃতি তাইৰ বাবে যে কিমান দুৰ্মূল্য সম্পদ! হৰেকৃষ্ণ চৌধুৰীৰ সৈতে চিনাকি হোৱাৰেপৰা তেওঁৰ সৈতে কটোৱা প্ৰতিটো মুহূৰ্ত, প্ৰতিটো কথাৰ স্মৃতি তাইৰ বাবে ইমান সজীৱ, ইমান আপোন, ইমান মধুৰ যে ৰৌদ্ৰদগ্ধ পথিকে পল্লৱিত তৰুচ্ছায়াত জিৰণি লৈ সজীৱ হোৱাৰ দৰে তাই এই স্মৃতিৰ ছায়াত জিৰণি লৈ মনৰ সন্তাপ, অস্থিৰতা, উৎকণ্ঠাৰপৰা যেন উপশম পায়।

আচৰিত কথা সঁচাকে, যেতিয়াই তাইক উদ্বেগ-উৎকণ্ঠাই অস্থিৰ কৰি তোলে, তেতিয়াই তাই ক্ষন্তেকৰ বাবে হ'লেও পলাই যায় সেই স্মৃতিৰ ছায়াত জিৰণি ল'বলৈ।

আজিও কমাৰ ঠিক তেনেকুৱাই হৈছে।

আবেলিতে ওলাই গৈ সাঁজ লাগি ভাগি যোৱাৰ পৰলৈকে হৰেকৃষ্ণ চৌধুৰীৰ দেখাদেখি নাই। ল'ৰাটোক খুৱাই-বুৱাই জঞ্জাল মাৰোঁতে আঠমান বাজিল। তাৰ পাছত তাক বিছনাত শুৱাবলৈ লৈ নানান দুশ্চিন্তাৰে মনটো ভাৰাক্ৰান্ত হৈ পৰিল। ইমান ৰাতিলৈকে কিয় আহি পোৱা নাই বাৰু? একো অঘটন......। নাই, নাই,বেয়া কথা ভাবিব নাপায়। ঠিকেই আছে। হাজৰিকাৰ ঘৰলৈ যোৱাৰ কথা তো, কিবা আলোচনাত বহি চাগে সময়ৰ কথা খেয়ালেই নাই। হাজৰিকানো কেনেকুৱা মানুহ! তেওঁ নিজৰ ঘৰতে বহি আছে, সেই বুলি এইহেন পৰিস্থিতিৰ মাজত চৌধুৰীক ইমান ৰাতিলৈকে ৰাখি থ'ব লাগেনে?

ল'ৰা কেতিয়া টোপনি গ'ল তাই গমকে নাপালে। ল'ৰাটো টোপনি গ'ল আৰু তাইক নানা দুশ্চিন্তাই জুমুৰি দি ধৰিলে। মানুহজনে নলগা জেঙাত লাগি অশান্তি চপাই লয়। কতদিন কমাই বুজাবৰ চেষ্টা কৰিছে, কিন্তু তেওঁ তো নুশুনে। তেওঁ কেৱল তেওঁৰটোহে বুজে। তেওঁৰ কথাবোৰ অযুক্তিকৰ নহয় সঁচা, সেই বুলিও অপ্ৰিয় কথা কৈ ফুৰাটো তো ভাল কাম নহয়। চৌধুৰী কিন্তু আঁকোৰ-গোজ। এই আঁকোৰ-গোজ স্বভাৱৰ বাবেই যতমানে অনৰ্থক অশান্তি। ফলত কিটোনো হৈছে ? ফলত চৌধুৰীৰ অৱস্থা ত্ৰিশংকুৰ দৰে। আন্দোলনকাৰীসকলৰ মানত তেওঁ আন্দোলনবিৰোধী আৰু চৰকাৰৰ মানত চৰকাৰবিৰোধী। আনহাতে, আন্দোলনবিৰোধীসকলৰ মানত চৌধুৰী হ'ল প্ৰতিক্ৰিয়াশীল।

আবেলিতে ওলাই গৈ চৌধুৰী আহি নোপোৱাত কমাৰ উৎকণ্ঠা আৰু দুশ্চিন্তা বাঢ়ি গৈ এনে এটা বিন্দু পাইছিলগৈ যে তাইৰ অজ্ঞাতে তাই আশ্ৰয় লৈছিল চিৰাচৰিত অতীতৰ সেই স্মৃতি-ছায়াত। আহ কিমান মধুৰ, কিমান সজীৱ, কিমান আপোন সেই স্মৃতি !

কুকুৰ দুটাই ঘৰৰ পিছফালে বিকট আৰাও তোলাত কমা উচপ খাই উঠিল। লৰালৰিকৈ তাই ঘড়ীটো চালে। ৰাতি আঠটা বাজি গৈছে।

কেউপিনে গভীৰ নৈঃশব্দ্য। ঘৰৰ টিণৰপৰা পৰা নিযৰৰ টোপ টোপ শব্দই স্তব্ধতাক যেন গভীৰ কৰিহে তুলিছে। আতঙ্কৰ ৰাতি, ভয়াৰ্ত ৰাতি। কমা এতিয়াহে বাস্তৱলৈ উভতি আহিল। তাই কি কৰে এতিয়া ? চৌধুৰী আহি পোৱা নাই। ক'লৈ গ'ল ? কি হ'ল মানুহজনৰ ? এই জয়াল ৰাতি কমা কাৰ ওচৰলৈ যায় ? কাষৰ মানুহ ঘৰক চিঞৰি মাতিলেও নুশুনে। আৰু শুনিলেও যে ওলাই আহিব সন্দেহ।

নিস্তব্ধতা ভেদ কৰি এখন গাড়ী আহি ৰোৱাৰ শব্দ হ'ল। কমাই ভয়তে লৰালৰিকৈ উঠি গৈ জ্বলি থকা লাইটটো নুমাই দিলে। তাই এই জাৰতো ঘামিবলৈ ধৰিলে। কিংকৰ্তব্যবিমূঢ় হৈ এজাৰতে কিছু সময় থিয় হৈ থকাৰ পাছত খিৰিকিখনৰ ওচৰলৈ গৈ পৰ্দাৰ ফাঁকেৰে বাহিৰলৈ ভয়ে ভয়ে চাই পঠিয়ালে।

দৃশ্যটো দেখি তাইৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। ডিঙিটো শুকাই আহিল। চিঞৰ মাৰি ল'ৰাটোক জগাবলৈ খুজি তাই বিফল হ'ল। ডিঙিটোত কিহবাই সোপা দি ধৰিছে। হয়, সিহঁতৰ ঘৰৰ দুৱাৰমুখত জীপখনৰপৰা চি আৰ পিকেইটামান নামিছে। সিহঁতে চিকাৰী কুকুৰৰ দৰে ইফালে-সিফালে চাইছে। তাই নিশ্চল হৈ ৰৈ আছে।

পদূলিৰ দুৱাৰখন খোলাৰ শব্দ ! খট খট এয়া বাৰাণ্ডাত জোতাৰ শব্দ ! তাই মুহূৰ্ততে সচকিত হৈ উঠিল। নাই, কিবা এটা কৰিবই লাগিব। তাই দৌৰ মাৰি বিছনাৰ

চৰলৈ আহিল আৰু ল'ৰাটোক এন্ধাৰৰ মাজতে আঁজোৰ মাৰি জগাই দি নমাই আনিব খুজিলে। ঠিক তেনেতে কলিং বেলটো বাজি উঠিল। হঠাতে বাজি উঠা কলিং বেলটোৰ শব্দত তাই ইমান বেছি ভয় খালে যে তাইৰ হৃৎপিণ্ড বন্ধ হৈ যোৱা যেন ভাব হ'ল। হৃৎপিণ্ডৰ স্পন্দন যেন স্তব্ধ হৈ গৈছে।

কিমান সময় তাই এইদৰে বৈ আছিল ক'ব নোৱাৰে: তাইৰ নাম ধৰি যেন কোনোবাই মাতিছে।

"কমা, দুৱাৰখন খোলা, মই আহিছোঁ।"

"কমা, দুৱাৰখন খোলা, মই আহিছোঁ।"

হয়, চৌধুৰীয়েই হয়। এক ভয়ানক দুঃস্বপ্নৰ যেন অন্ত পৰিল। কমাই লাইটটো জ্বলাই দুৱাৰখন খুলিলে।

ভৰি এখন লেকেচিয়াই লেকেচিয়াই হৰেকৃষ্ণ চৌধুৰী সোমাই আহিল। কমাই তেওঁৰ ভৰিৰপৰা মূৰলৈকে এবাৰ নিৰীক্ষণ কৰিলে আৰু চৌধুৰীৰ পিছে পিছে ভিতৰলৈ সোমাই গ'ল। ভৰিখনলৈ লক্ষ্য কৰি কমাই সুধিম বুলি ভাবিও বৈ গ'ল। সুধিবলৈ দৰাচলতে তাইৰ ভীষণ ভয় লাগিল। তাই একোকে নুসুধিলে। ঘৰ আহি যে পাইছে তাইৰ বাবে সেযাই বহুত।

(তিনি)

হৰেকৃষ্ণ চৌধুৰী মানুহজন কিছু আবেগপ্ৰৱণ। তেওঁ নিজেও আচৰিত হয়। বয়স হোৱাৰ লগে লগে জীৱনৰ ঘাত-প্ৰতিঘাতে মানুহৰ আবেগ-অনুভূতি ভোটা কৰি আনে। কিন্তু চৌধুৰীৰ ক্ষেত্ৰত দেখোন ওলোটাটোহে হৈছে। এতিয়াও চৌধুৰীয়ে কিতাপ পঢ়ি ক'ব নোৱৰাকৈয়ে চকু-পানী মচে। কিতাপৰ পাতৰপৰা তেওঁৰ মন ক'ৰবালৈ উৰি যায়। মানুহৰ দুখ-যন্ত্ৰণাই তেওঁৰ হৃদয় মথিত কৰে। তেওঁ বিচলিত হয়।

মৃত্যু আৰু হত্যাকাণ্ডৰ ঘটনাবোৰে স্বাভাৱিকতে হৰেকৃষ্ণ চৌধুৰীৰ অনুভূতিপ্ৰৱণ মনটো অস্থিৰ আৰু অশান্ত কৰি তুলিছিল। কিমান অমানুষিক, কিমান বীভৎস এই মৃত্যু! নিৰস্ত্ৰ কিশোৰ-কিশোৰীৰ সমদলৰ ওপৰত অপ্ৰৰোচিত গুলি বৰ্ষণ। কাৰ আঁচলৰ ধন কুকুৰ-মেকুৰিৰ দৰে ধূলিত লুণ্ঠিত।

কিমান বীভৎস সেই মৃত্যু! এহাতত বগৰি কেইটা মান আৰু ইহাতত নিমখ লৈ থকা অৱস্থাত নৃশংস মৃত্যুক সাবটি লোৱা নিষ্পাপ শিশু। শিশুৰ কি ধৰ্ম, কি দেশ, কি ভাষা? ফুলৰ কি ধৰ্ম, কি ভাষা, কি দেশ থাকিব পাৰে?

চকুৰ আগত অনবৰত ভাহি থকা এনেবোৰ মৃত্যুৰ দৃশ্যই হৰেকৃষ্ণ চৌধুৰীৰ মনত যেন এক আচৰিত শূন্যতাৰ সৃষ্টি কৰিলে আৰু সেই শূন্যতাই ক্ৰমে ক্ৰমে যেন আবৰি ল'লে তেওঁৰ সমগ্ৰ হৃদয়, তেওঁৰ সমগ্ৰ সত্তা। তেওঁৰ বাস্তৱ চিন্তা, তেওঁৰ চেতনা সেই শূন্যতাৰ মাজত যেন বিলীন হৈ গ'ল। বিশৃংখল ৰূপত অহা কেতবোৰ চিন্তাই মাথোঁ মাজে মাজে তেওঁৰ মনৰ তথা হৃদয়ৰ সেই শূন্যতাৰ মাজত বিচৰণ কৰি আকৌ যেন হেৰাই গ'ল।

যোৱা কেইবাদিনো ধৰি হৰেকৃষ্ণ চৌধুৰী প্ৰায় উদ্ভ্ৰান্তৰ দৰে হৈ পৰিছে। একোতে তেওঁৰ মন নবহে। ভালকৈ খাব পৰা নাই, ভালকৈ শুব পৰা নাই। বিশৃংখল চিন্তাই, বিমূৰ্ত চিন্তাই তেওঁৰ মগজু অস্থিৰ কৰিছে।

অইনে বাৰু কি ভাবিছে? এইকেইদিন কাকো তেওঁ লগেই পোৱা নাই। কোনো কাৰো ওচৰলৈ নাহে। সকলোৰে ভয়, কেতিয়া কাক পুলিচ-চি আৰ পিয়ে ধৰি নিয়ে ঠিক নাই। এপিনে ৰাজকীয় উৎপীড়ন আৰু সন্ত্ৰাস, আনপিনে নিৰ্বাচন বৰ্জনৰ আহ্বান দিয়া আন্দোলনকাৰীৰ বিক্ষিপ্ত প্ৰতি-সন্ত্ৰাস। কেতিয়া কোন কাৰ জগৰত পৰে ঠিকনা নাই। এনেকুৱা পৰিস্থিতিত স্বাভাৱিকতে যিটো ঘটে মানুহৰ মুখে মুখে বাগৰি

আহিছে বিভিন্ন গুজব। বিভিন্ন জনৰৱ। বাতৰি কাকত আহি নাপায়। ৰেডিঅ'ৰ বাতৰি পক্ষপাতদুষ্ট। তদুপৰি বাতৰি শুনিয়েইবা লাভ কি ? পৰিস্থিতি সংশোধন হোৱাৰ কোনো আশাই দেখা নাই। সৰ্বত্ৰ ক'লা ডাৱৰ ঘনীভূত।

মনৰ অস্থিৰতা চম্ভালিব নোৱাৰি হৰেকৃষ্ণ চৌধুৰী সেইদিনা আবেলিতে ওলাই গৈছিল সহকৰ্মী অনিৰুদ্ধ হাজৰিকাৰ ঘৰলৈ। অনিৰুদ্ধ হাজৰিকাক বহুদিন লগ পোৱা নাই। হাজৰিকাৰ বাৰু মানসিক প্ৰতিক্ৰিয়া কেনে ধৰণৰ ? হাজৰিকাৰ সৈতে আলাপ-আলোচনাৰ জৰিয়তে কিজানি চৌধুৰীয়েও কিঞ্চিৎ উপশম পায়।

অনিৰুদ্ধ হাজৰিকা এজন খ্যাতনামা ব্যক্তি। একে ধাৰে তেওঁ কবি, ঔপন্যাসিক আৰু বক্তা। বৰ্তমানৰ আন্দোলনৰ তেওঁ এক নেপথ্যৰ মগজু। এই আন্দোলনৰ ভিতৰতে তেওঁ কেইবাখনো কবিতা-পুথি লিখি প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছে। তেওঁৰ ছাত্ৰসমূহে কিতাপ বিক্ৰী কৰাত সহায় কৰিছে। যি অসমত দুহেজাৰ কপি কিতাপ বিক্ৰী হওঁতে তিনি চাৰি বছৰ লাগে, সেই ঠাইত অনিৰুদ্ধ হাজৰিকাৰ কবিতাৰ কিতাপ এই কেইবছৰত কেইবা হেজাৰ কপিও বিক্ৰী হৈছে। তেওঁৰ ছাত্ৰসকলে হাতে হাতে লৈ গৈ বাটে ঘাটে কিতাপ বিক্ৰী কৰিছে। যি মানুহে আধুনিক কবিতা দুৰ্বোধ্য বুলি কাকত আলোচনীতো পঢ়ি নাচাইছিল, তেনেবোৰ মানুহেই দামলৈ অকণো পৰোৱা নকৰি ল'বাইঁতৰপৰা অনিৰুদ্ধ হাজৰিকাৰ কবিতাৰ কিতাপ কিনিছে।

কিয় কিনিছে ? হঠাতে মানুহ ইমান কবিতাপ্ৰিয় হৈ পৰিছে কিয় ? বহুতে ভাবে তাৰ অন্য এক কাৰণ আছে। জনপ্ৰিয় বাতৰি কাকত-আলোচনীত অনিৰুদ্ধ হাজৰিকাই জ্বালাময়ী ভাষাত কেইবাটাও প্ৰবন্ধ লিখিছে, য'ত প্ৰকাৰান্তৰে তেওঁ জনাই দিছে যে তেওঁৰ কিতাপ নিকিনাসকল প্ৰকৃততে অসমীয়া নহয়, তেওঁলোক বিশ্বাস-ঘাতক। তেওঁৰ লিখনিৰ উদ্ধৃতি দিয়েই তেওঁৰ ছাত্ৰসকলে কিতাপ বিক্ৰী কৰাত সুবিধা পাইছে। অসমীয়া আখৰ চিনি নোপোৱাসকলেও তেওঁৰ কিতাপ কিনিছে। ইও এক প্ৰহসন।

অনিৰুদ্ধ হাজৰিকাৰ সৈতে হৰেকৃষ্ণ চৌধুৰীৰ সম্পৰ্কও বৰ আচৰিত ধৰণৰ। হাজৰিকাৰ বহুতো কথাই চৌধুৰীয়ে ভাল নাপায়। কিন্তু অনিৰুদ্ধ হাজৰিকাৰ ব্যক্তিত্বত এনে এক আচৰিত সম্মোহনী শক্তি আছে যিয়ে চৌধুৰীক সততে আকৰ্ষণ কৰে। কবিতা অকল লিখাই নহয়; কবিতাৰ ভাষাৰে আৰু বিভিন্ন বিদেশী কবিতাৰ উদ্ধৃতিৰে অনিৰুদ্ধ হাজৰিকাই কৈ যোৱা কথা শুনি হৰেকৃষ্ণ চৌধুৰী সম্মোহিত হয়।

অনিৰুদ্ধ হাজৰিকাৰ স্বভাৱ, ধৰণ-কৰণ, জীৱন-চৰ্যা এই সকলোতে আকাশ-পাতাল প্ৰভেদ সত্ত্বেও যিকোনো ধৰণৰ অশান্তি কিম্বা দুশ্চিন্তাই যেতিয়া হৰেকৃষ্ণ চৌধুৰীক পীড়া কৰে, তেতিয়াই তেওঁ হাজৰিকাৰ ওচৰলৈ যায়। হৰেকৃষ্ণ চৌধুৰীয়ে ভাবে, কবি হিচাপে অনিৰুদ্ধ হাজৰিকা নিশ্চয় এক সূক্ষ্ম অনুভূতিশীল মনৰ অধিকাৰী। হৃদয়ৰ অন্তৰ্দাহী যন্ত্ৰণাৰ কথা তেওঁ নিশ্চয় উপলব্ধি কৰিব পাৰে।

হয়তো ঠিক তেনে এক আশাৰেই হৰেকৃষ্ণ চৌধুৰী সেইদিনাও অনিৰুদ্ধ হাজৰিকাৰ ওচৰলৈ গৈছিল,

তেওঁ থকা ঠাইৰপৰা প্ৰায় দুই কিলোমিটাৰ দূৰত অনিৰুদ্ধ হাজৰিকাৰ ঘৰ। আটোম-টোকাৰিকৈ সজা হাজৰিকাৰ ঘৰটোৰ চৌহদ সোমালেই গৰাকীৰ ৰুচিৰ পৰিচয় পোৱা যায়। হাজৰিকাৰ ঘৰৰ বাৰাণ্ডাত ভৰি দি চৌধুৰীয়ে গম পালে যে হাজৰিকাই ড্ৰয়িং ৰুমত কাৰোবাৰ সৈতে কথা পাতি আছে। গতিকে কলিং বেলটো নবজোৱাকে চৌধুৰীয়ে "হাজৰিকা আছেনে ?" বুলি ডাঙৰকৈ মাতিলে।

বন্ধ খিৰিকিৰ পৰ্দাৰ ফাঁকেৰে বাহিৰলৈ জুমি চাই অনিৰুদ্ধ হাজৰিকাই দুৱাৰখন খুলি ওলাই আহি সম্ভাষণ জনালে ঃ অ' চৌধুৰী, আহক আহক।

হৰেকৃষ্ণ চৌধুৰী কোঠালৈ সোমাই যোৱাৰ লগে লগে তিনিজন ল'ৰাই হাজৰিকাক মাত লগাই সসব্যস্তে ওলাই গ'ল।

ঃছাৰ, এতিয়া আমি আহোঁ, পাছত আকৌ আহিম। কথাখিনি অলপ দীঘলীয়াকৈ ক'ব লাগিব। সময় লাগিব।

ঃ হ'ব বাৰু, তোমালোক পিছে খুব সাৱধানে থাকিবা।

বাৰাণ্ডালৈকে ওলাই গৈ ল'ৰাকেইজনক বিদায় দি হাজৰিকা কোঠাটোলৈ উভতি আহিল। হৰেকৃষ্ণ চৌধুৰী কোঠাৰ ভিতৰত তেতিয়াও থিয় হৈ আছিল। অনিৰুদ্ধ হাজৰিকাই আশ্চৰ্য প্ৰকাশ কৰিলে ঃ আপুনি দেখোন থিয় হৈয়ে আছে! বহক, বহক।

চৌধুৰী বহিল আৰু অনিৰুদ্ধ হাজৰিকালৈ তীক্ষ্ণভাৱে চাই পঠিয়ালে। চৌধুৰী আচৰিত হ'ল। অনিৰুদ্ধ হাজৰিকাৰ চকু-মুখত কোনো ধৰণৰ উদ্বেগ-উৎকণ্ঠাৰ চিন নাই। ইমান শান্ত সমাহিত হৈ থাকিব কেনেকৈ পাৰিছে ?

চৌধুৰী বহাৰ পাছত অনিৰুদ্ধ হাজৰিকাই এপাকত ভিতৰলৈ গৈ চাহৰ কথা কৈ আহিল। কি কথাৰেনো পাতনি মেলিব ভাবি নাপাই চৌধুৰী বহি থাকিল। কথা আৰম্ভ কৰিলে হাজৰিকায়ে।

ঃ কওকচোন, আপোনাক বহুদিন লগেই পোৱা নাই। চাকৰিটোৰ বাবে কিবা চেষ্টা কৰিছে নেকি ? কি কৰিব আৰু সিইঁতেও বিচাৰি পালে আপোনাকহে! আপুনি মোক কোৱা নাই যদিও মই সিদিনা এডুকেশ্বন চেক্ৰেটাৰীক কথাটো কৈছোঁ। জানেই নহয়, তেওঁ আকৌ মোৰ ওৱাইফৰ সম্বন্ধীয়া ককায়েক হয়। মই তেওঁক আপোনাৰ পৰিচনটো বুজাই কৈছোঁ। আপোনাক লগ ধৰি কথাখিনি ক'ম বুলিও বাৰলৈ সময়কেই কৰিব পৰা নাই। ইপিনে পৰিস্থিতি দেখিছেই নহয়। চেক্ৰেটাৰীয়ে গৱৰ্ণৰৰ এড্ভাইজাৰৰ সৈতে ডিচ্কাচ কৰিব বুলি কৈছে। পিছে আপোনাৰ বিৰুদ্ধে এড্ভাৰ্চ চি-আই-ডি ৰিপোৰ্ট কিবা আছে হেনো। চিন্তা নকৰিব, অলপ চেষ্টা কৰিলেই হৈ যাব।

এনে লেখাবিয়েঅনিকদ্ধ হাজৰিকাই কৈ যোৱা অপ্ৰত্যাশিত কথাখিনিত চৌধুৰী কিঞ্চিৎ বিব্ৰত হ'ল। চাকৰিটোৰ চিন্তা দেখোন তেওঁৰ মনলৈকে অহা নাই। হাজৰিকাই কিয় ধৰি লৈছে যে তেওঁ চাকৰিটোৰ চিন্তাত অস্থিৰ হৈছে ?

যিটো বিষয় তেওঁ ভবাই নাই তেনে এক বিষয়ৰ ওপৰত হাজৰিকাৰ অনুকম্পা মিহলি কথাখিনি চৌধুৰীৰ বাবে এই মুহূৰ্তত অনধিকাৰ হস্তক্ষেপ যেন লাগিল। তেওঁ যথেষ্ট বিব্ৰত হ'ল। উত্তৰত তেওঁ কি ক'ব ভাবি থিৰ কৰিব নোৱাৰিলে যদিও মৃদু প্ৰতিবাদৰ সুৰত কৈ উঠিল ঃ নাই, নাই, মই চাকৰিৰ কথা চিন্তা কৰা নাই। আপোনাৰ লৈতে অইন এটা কথাহে আলোচনা কৰিম বুলি আহিছোঁ।

অনিকদ্ধ হাজৰিকাই তেতিয়াহে মন কৰিলে যে হৰেকৃষ্ণ চৌধুৰী যথেষ্ট চিন্তাক্লিষ্ট। চকু-মুখত অস্থিৰতাৰ চাপ সুস্পষ্ট। মানুহজন ধীৰস্থিৰহে। যোৱা হপ্তাহে চাকৰিৰপৰা নিলম্বিত হৈ আছে। দৰমহা পাতি নাই। গতিকে চাকৰিৰ চিন্তাৰ বাহিৰে, টকা পইচাৰ চিন্তাৰ বাহিৰে চৌধুৰীক ইমানকৈ কিহে পীড়া কৰিব পাৰে ? ল'ৰাটোৰ অসুখ-বিসুখ নেকি ? চাকৰিৰ কথাকেইতো সেই বাবে আগধৰি উলিয়াইছিল। দৰাচলতে আগধৰি হাজৰিকাই কৈ দিয়া বাবে হয়তো চৌধুৰীয়ে বেয়া পাইছে। চৌধুৰীকে কথাটো উলিয়াবলৈ দিব লাগিছিল। হাজৰিকা অলপ বিমোৰত পৰিল। দুয়োৰে মাজত কিছু সময়ৰ অস্বস্তিকৰ নীৰৱতা বিৰাজ কৰিলে।

তেওঁলোকৰ মাজৰ অস্বস্তিকৰ মুহূৰ্তকেইটাৰ যতি পৰিল চাহ লৈ হাজৰিকাৰ পত্নী সোমাই অহাত। চাহৰ কাপটো আগবঢ়াই দি হাজৰিকাৰ পত্নীয়ে চৌধুৰীৰ ঘৰৰ খা-খবৰ সুধিলে। গতানুগতিক প্ৰশ্ন, গতিকে গতানুগতিক উত্তৰ দি চৌধুৰীয়ে চাহ খোৱা আৰম্ভ কৰিলে। আনকালে চৌধুৰীয়ে ইটো-সিটো ধেমেলীয়া কথা পাতে বাবে হাজৰিকাৰ পত্নীয়ে অলপ সময় বৈছিল, কিন্তু আজি চৌধুৰীক অন্যমনস্ক যেন দেখি "আপুনি বহকচোন" বুলি ভিতৰলৈ গ'লগৈ।

হাজৰিকা আৰু চৌধুৰীয়ে নীৰৱে চাহ খাই থকা মুহূৰ্তত হঠাতে সোমাই আহিল লিট্‌ল ফ্লাৱাৰ স্কুলত পঢ়া হাজৰিকাৰ সৰু ছোৱালীজনী। নৱম শ্ৰেণীত পঢ়া ছোৱালীজনীয়ে দেউতাকক লেন ছেলাই ক'লেহি ঃ পাপা, তুমি কালিয়ে প্ৰমিজ কৰিছিলা হুইট্‌নি হাউষ্টনৰ কেছেটটো আনিম বুলি। পিছে নানিলা দেখোন।

ঃ পাহৰি গ'লো অ' বেবী। আজি আনিম যোৱা।

ঃ আকৌ প্ৰমিজ ?

ঃ প্ৰমিজ। যোৱা, তুমি এতিয়া ভিতৰলৈ যোৱা।

ছোৱালীজনী যাবৰ সময়ত হৰেকৃষ্ণ চৌধুৰীৰ ফালে এবাৰ চাই সুধিলে ঃ আঙ্কল, আপোনাৰ ভালনে ?

ইংৰাজী উচ্চাৰণৰ অনুকৰণত অসমীয়া কোৱা ধৰণটোৱে ক্ষন্তেকৰ বাবে হৰেকৃষ্ণ চৌধুৰীক যেন আমোদ দিলে। অনিৰুদ্ধ হাজৰিকাই ঈষৎ অস্বস্তি পোৱা যেন পৰিলক্ষিত হ'ল। তেওঁ অইন প্ৰসঙ্গ উলিয়াবলৈ চেষ্টা কৰি বতৰৰ কথা ক'লে ঃ এই কেদিন বতৰটো যে কি হৈছে আৰু!

অনিৰুদ্ধ হাজৰিকাৰ ঘৰ পাই তেওঁক লগ পোৱাৰ পিছৰেপৰা এই সময়খিনিত দৃশ্যমান পৰিবেশটো হৰেকৃষ্ণ চৌধুৰীৰ এনেকুৱা লাগিল যেন তেওঁৰ আগমনেই অপ্ৰাসংগিক। কিয় বাৰু আহিছিল তেওঁ? হাজৰিকাৰ ওচৰত কিয়েইবা প্ৰত্যাশা? তেওঁ মানুহজন অস্বাভাৱিক নেকি?

চাহ কাপ শেষ হ'লত চৌধুৰী ঘপহকৈ বহাৰপৰা উঠিল। অনিৰুদ্ধ হাজৰিকা আচৰিত হ'ল? চৌধুৰীৰ হৈছে কি? নিশ্চয় আৰ্থিক সংকটত পৰিছে। স্বাভাৱিক, কেনেকৈ যে চলি আছে! হাজৰিকাৰপৰা টকা বিচাৰিছে নেকি? হয়তো খুজিবলৈ সংকোচ কৰিছে! মানুহটোৰ বিপদ হৈছে হয়, এনে সময়ত সহায় কৰিব পাৰিলে বেয়া নহয়।

ঃ মই উঠো হাজৰিকা, এনেয়েহে আহিছিলোঁ?

ঃ বহকচোন বহক, বহুদিনৰ মূৰত পাইছোঁ, দুষাৰ কথা পাতোঁ।

ঃ নহয় মানে আজি কেবাদিনো ধৰি মোৰ মনটো ঠিক লগা নাই? হত্যা, মৃত্যু, ৰক্তপাত! কি যে হৈছে এইবোৰ? বিদেশী শাসকৰ দিনতো এনেকুৱা ঘটা নাছিল। এয়া প্ৰৰোচনাৰ জাল। এই জালত আমি কেনেকৈ সোমাই পৰিলোঁ?

কোঠাটোৰ ভিতৰত দুবাৰমান পায়চাৰি কৰি প্ৰায় স্বগতোক্তিৰ দৰে কথাখিনি কৈ হৰেকৃষ্ণ চৌধুৰী পুনৰ চকীখনত বহি পৰিল।

অনিৰুদ্ধ হাজৰিকাই যেন চৌধুৰীৰ দুশ্চিন্তাৰ আঁত বিচাৰি পালে। লগে লগে প্ৰশ্ন কৰিলে ঃ আপুনি সেই নেলীৰ হত্যাকাণ্ডটোৰ কথা কৈছে?

ঃ এৰা, বুইছেনে কিয় যে এনেকুৱা হ'ল?

ঃ আপুনি অযথা চিন্তা কৰিছে, একো বেয়া হোৱা নাই, বুইছে। শত্ৰু শত্ৰুৱেই। মানৱতাবাদৰ দোহাই দি শত্ৰুৰ কথা বিবেচনা নকৰিব।

ঃ শত্ৰু? কোন কাৰ শত্ৰু? মই জাতি, ধৰ্ম কিম্বা ৰাজনীতিৰ বিচাৰেৰে শত্ৰুৰ কথা কোৱা নাই। মই মানুহৰ কথা কৈছোঁ। হৰেকৃষ্ণ চৌধুৰী জাঁপ মাৰি উঠিল। নিষ্পাপ শিশুবোৰ কাৰ শত্ৰু হ'ব পাৰে? সিহঁত মানুহৰ সন্তান, মানুহৰ প্ৰতিনিধি। সিহঁত অমৃতৰ সন্তান!

অনিৰুদ্ধ হাজৰিকাই চৌধুৰীৰ মুডৰ কথা নজনা নহয়। তেওঁ দেখিলে চৌধুৰী যথেষ্ট উত্তেজিত হৈছে। তেওঁ হাঁহি মাৰি ক'লে ঃ চাওক চৌধুৰী, আপুনি ওপৰে ওপৰে ভাবিছে কথাবোৰ। অসমৰ বৰ্তমান পৰিস্থিতিত এই ধৰণৰ দাৰ্শনিক তত্ত্বৰ স্থান নাই।

অৱশ্যে ঠিকেই, এনে এক বীভৎস ঘটনা এটাত অলপ বেয়া লাগেই। আমি এটা প্ৰস্তাৱ লৈছোঁৱেই। আমাৰ ফালৰপৰা অৰ্থাৎ লেখক-বুদ্ধিজীৱীসকলৰ ফালৰপৰা এনে কাৰ্যক গৰিহণা দি এটা বিবৃতি প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰিছোঁ।

হাজৰিকাৰ অতীব নিৰ্লিপ্ত আৰু যান্ত্ৰিক কথাখিনিত হৰেকৃষ্ণ চৌধুৰীৰ উত্তেজনা শাম কাটিলে। তেওঁ উপলব্ধি কৰিলে, দৰাচলতে তেওঁৰ বাবে ইয়াত উত্তেজিত হ'বলৈ একোৱেই নাই। উত্তেজনা-অস্থিৰতাৰ ঠাইত তেওঁ অনুভৱ কৰিলে এক বৰ্ণনাতীত দুখ। পাৰাপাৰহীন দুখৰ এখন সাগৰত কক্‌বকাই থাকি ধীৰে ধীৰে যেন তেওঁ তুবি যাবলৈ ধৰিলে।

কন্তেক সময় হৰেকৃষ্ণ চৌধুৰী নিশ্চুপ হৈ ৰ'ল। অৱশেষত তেওঁ গম পালে যে তেওঁ সম্পূৰ্ণ অনৰ্থকভাৱে অনিৰুদ্ধ হাজৰিকাৰ ওচৰলৈ আহিছিল। তেওঁৰ কথা অনিৰুদ্ধ হাজৰিকাই নুবুজে, তেওঁও অনিৰুদ্ধ হাজৰিকাৰ কথা বুজি নাপায়। তেওঁ অন্য গ্ৰহৰ প্ৰাণী। তেওঁৰ অৱয়ৱ সুকীয়া, তেওঁৰ চিন্তা সুকীয়া, তেওঁৰ ভাষা সুকীয়া। তেওঁ কাৰো সৈতে ভাৱৰ বিনিময় কৰিব নোৱাৰে।

ডাঁহেঁধৰা গৰুৰ দৰে অস্থিৰ আৰু বিতত হৈ তেওঁ হাজৰিকাৰ ঘৰলৈ আহিছিল। কিজানিবা ডাঁহজাকে এৰা দিয়ে। কিন্তু আগৰজাকৰ উপৰিও নতুন এজাক ভয়ঙ্কৰ ডাঁহে তেওঁৰ লগ লৈ তেওঁক বেঢ়ি-কুঢ়ি কামুৰি তেওঁৰ অনুভূতিকেই যেন নিষ্ক্ৰিয় কৰাৰ উপক্ৰম কৰিলে।

তেওঁ ধীৰে ধীৰে অনিৰুদ্ধ হাজৰিকাৰ ঘৰৰপৰা ওলাই আহিল। হাজৰিকাই চাকৰিটো সম্পৰ্কত আৰু কিবা এটা কৈছিল, চৌধুৰীৰ কিন্তু কাণত নোসোমাল। কাণত নোসোমোৱা নহয়, চৌধুৰীৰ বোধগম্যহে নহ'ল। তেওঁ ওলাই আহি ৰাস্তা পালেহি।

ইতিমধ্যে সাঁজ লাগি ভাগিছে। ৰাস্তাত কোনো মানুহ নাই। অন্ধকাৰ নামি আহিছে। কেউপিনে বিৰাজ কৰিছে শ্মশানৰ নৈঃশব্দ্য। তেওঁৰ প্ৰতিটো খোজৰ শব্দই নিস্তব্ধতাক জোঁকাৰি দিছে।

চিন্তাত তন্ময় হৈ তেওঁ পালেহি হাইস্কুলৰ সন্মুখ। আৰু তাৰ পাছতে সেই ঘটনাৰ সৈতে জড়িত। পুলিচে তেওঁক থানালৈ লৈ গ'ল। থানাত পুলিচ বিষয়াৰ অশালীন ব্যৱহাৰ। ৰাতি এটা বজালৈকে অনৰ্থক জেৰা।

ৰাতি ডেৰমান বজাত থানাৰপৰা মুকলি হৈ চি আৰ পিৰ বুটৰ গোৰত আঘাতপ্ৰাপ্ত ভৰিৰে লেকেচিয়াই লেকেচিয়াই আহি থাকোঁতে ঘৰৰ সন্মুখতে কথমপি পুনৰ্বাৰ এক জীপ পহৰাদাৰী চি আৰ পিৰ হাতত নপৰাকৈ সাৰি হৰেকৃষ্ণ চৌধুৰী আঢ়েটা বজাত ঘৰ সোমালহি।

(চাৰি)

বিগত বছৰকেইটাৰ অসমৰ পৰিস্থিতি চালি জাৰি চালে এটা কথা চকুত পৰে যে সমগ্ৰ অসম জুৰি হোৱা অভূতপূৰ্ব জনজাগৰণৰ প্ৰাৰম্ভণিৰ কালছোৱাত অতি স্বাভাৱিকভাৱে এনে কেতবোৰ ঘটনা ঘটিবলৈ আৰম্ভ কৰিছিল, যিবোৰ প্ৰকৃতাৰ্থত মূল উদ্দেশ্যৰ পৰিপন্থী আছিল আৰু যাক মূলধন কৰি কিম্বা যিবোৰকে গয়না লৈ দমন-উৎপীড়ন চলাই যোৱাত শাসকগোষ্ঠীৰ সুবিধা হৈছিল। সেই কালছোৱাৰ বিক্ষিপ্ত ঘটনাৱলীৰ মাজত প্ৰতিফলিত হৈছিল আন্দোলনৰ অনভিজ্ঞতা, অনুশাসনহীনতা আৰু বয়সোচিত অসহিষ্ণুতা।

অভিজ্ঞতা পূৰ্ব-নিৰ্ধাৰিত নহয়, আনহাতে সহিষ্ণুতা আহে সময় আৰু কাৰ্যাৱলীয়ে দিয়া অভিজ্ঞতাৰপৰাহে। সেই কালৰপৰা আন্দোলন চলাই যোৱাৰ দায়িত্ব বহন কৰা যুৱ শক্তিক সেই সময়ত এখিলা উকা কাগজ বুলিয়ে বহুতে ক'ব খুজিছিল। বহুতে আশা কৰিছিল সময় আৰু অভিজ্ঞতাই এদিন সেই উকা কাগজ ভৰাই তুলিব জ্ঞানৰ মুকুতাৰে। প্ৰয়োজন কেৱল অনুশাসন-অনলস অনুশীলনলব্ধ অনুশাসন আৰু দৃঢ় নীতিত অবিচল থকাৰ মনোবৃত্তি।

বিভেদৰ ৰাজনীতিৰ কদৰ্য খেলা খেলি অৰ্ধ-ঔপনিবেশিক আৰু অৰ্ধ-সামন্তবাদী শোষণ-শাসন চলাই যোৱা প্ৰচলিত ব্যৱস্থাৰ বিৰুদ্ধে অসমৰ বিভিন্ন জনগোষ্ঠীয়ে নিজৰ স্বকীয়ত্ব অক্ষুণ্ণ ৰাখিও এটা অসমীয়া জাতি বুলি নিজক পৰিচয় দিবলৈ ওলাই অহা এই অভূতপূৰ্ব জাতীয় চেতনাক বস্তুনিষ্ঠ বাগত প্ৰবাহিত কৰাৰ এয়াই জানো সোণালী সুযোগ নহয় ? এনে সুযোগ জাতিৰ ইতিহাসত খুব কমেই আহে। অনুমান হ'ল এয়া যেন অসমীয়া জাতিৰ জীৱন-মৰণ পণ। এয়া যেন সুপ্ত সিংহৰ জাগৰণ।

অতি স্বাভাৱিকভাৱে, দিল্লীশ্বৰসকল বিচলিত হ'ল। নিগাজি উপনিবেশত চলি থকা তেওঁলোকৰ নিৰংকুশ শোষণৰ ক্ষেত্ৰত এয়া কিহৰ সূচনা ? তেল নাহিব, চাহপাত নাহিব, বনজ সম্পদ নাহিব, কয়লা নাহিব ! তেওঁলোক অস্থিৰ হৈ পৰিল। গাঁঠিবলৈ লাগিল চক্ৰান্তৰ জাল। আপ্তবাক্য আওৰাবলৈ আৰম্ভ কৰিলে : ভাৰতবৰ্ষৰ ঐক্য সংহতি বিপদাপন্ন; এই আন্দোলন বিচ্ছিন্নতাবাদী।

তাহানি মোগল সম্ৰাটে পঠিওৱাৰ দৰে অসমলৈ পঠিয়ালে সুচতুৰ সেনাপতি। যিকোনো উপায়েৰে পূৰ্বৰ অৱস্থা ঘূৰাই আনিব লাগে। নিগাজি শাসনৰ হাতিয়াৰ ভোট বেংক চিৰস্থায়ী কৰিব লাগে। ৰাজ্যপাল হ'ল এনে অভিযানৰ সেনাপতি।

আৰম্ভ হ'ল অন্য এক অধ্যায়। দমন-উৎপীড়ন, মধ্যযুগীয় ক'লা আইন, বিভিন্ন জনগোষ্ঠীৰ মাজত সূক্ষ্ম বিভেদৰ বীজ ৰোপণৰ কু-অভিসন্ধি। যিকোনো উপায়েৰে আন্দোলন দমন কৰিব লাগে।

আনহাতে, আন্দোলন পূর্ণ গতিত চলাই যোৱাৰ বাবে আন্দোলনকাৰী জনসাধাৰণ বদ্ধপৰিকৰ। অন্য কেনিও ভ্ৰূক্ষেপ নাই। অথচ সঘনে ঘটি থকা হৰতাল, পথ বন্ধ আদিৰ গয়না লৈ এচাম সুবিধাবাদী ব্যৱসায়ী- আমোলা আৰু আন্দোলনকাৰী মিলিত চক্ৰই অতি নীচ স্বাৰ্থপৰভাৱে অর্থনৈতিক শোষণ অব্যাহত ৰাখিলে। নিত্য-ব্যৱহাৰ্য বস্তুৰ দামৰ ৰুদ্ধশ্বাস ঊৰ্দ্ধগতি। সৰ্বসাধাৰণ ৰাইজৰ জীৱন টলমল। এক সুকঠিন সময়। বিদেশী নাগৰিক বহিষ্কাৰৰ আন্দোলনৰ সৈতে দেশাত এইবোৰৰ কোনো সংগতি নাই। অথচ দিনে দিনে জনসাধাৰণৰ জীৱন হৈ পৰিব ধৰিলে দুৰ্বহ।

প্ৰথমৰেপৰাই এই আন্দোলনত ৰাজনৈতিক দলসমূহৰ ভূমিকা আছিল সম্পূৰ্ণ নিষ্ক্ৰিয় কিম্বা গৌণ। জনসাধাৰণৰ আশা-আকাংক্ষা তথা আন্দোলনৰ অন্তৰ্নিহিত গূঢ় সত্যক কোনোদিনেই বুজি নোপোৱা, ক্ষমতাৰ ৰাজনীতিৰ কদৰ্য খেলত ব্যস্ত থকা এই ৰাজনৈতিক দলসমূহে নিজৰ নিৰ্বুদ্ধিতাৰ ফলস্বৰূপেই আন্দোলনত সক্ৰিয় ভূমিকা লোৱাৰপৰা আঁতৰি থাকিল। ক্ৰমে ক্ৰমে আন্দোলনৰ সৈতে তেওঁলোকৰ দূৰত্ব হ'লগৈ ইমান বেছি যে তেওঁলোক আন্দোলনবিৰোধী বুলিয়েই পৰিগণিত হ'ল।

আনবোৰ সৰ্বভাৰতীয় ৰাজনৈতিক দলে এই পৰিস্থিতিত টুপাই বুৰ মাৰি থাকিব পাৰিলেও প্ৰগতিবাদী তথা বামপন্থী বুলি পৰিচয় দিয়া দলকেইটাই নিজৰ চৰম নিৰ্বুদ্ধিতা প্ৰদৰ্শন কৰি জনসাধাৰণৰ আবেগ-অনুভূতিক উপেক্ষা কৰি আন্দোলনৰ সক্ৰিয় বিৰোধিতা কৰিলে আৰু তেওঁলোকে শাসকদলৰ সৈতে হাত মিলালে। তেওঁলোক আন্দোলনকাৰীৰ প্ৰত্যক্ষ ৰোষত পৰিল।

এটা জাতিৰ ভাষা-সংস্কৃতি, এটা জাতিৰ জাতীয় চেতনা, এটা জাতিৰ অস্তিত্বৰ সংশয়ৰ অনুভূতি সদায়ে এক সূক্ষ্ম আবেগিক বিষয়। এটা জাতিৰ মৰ্ম-বেদনা উপলব্ধি কৰিবৰ চেষ্টা নকৰাকৈ ভাষা-সংস্কৃতি, জাতীয় ঐতিহ্য তথা জাতীয় চেতনাৰ উৰ্দ্ধত সকলো সমস্যাৰ বিদেশী তত্ত্বৰ আধাৰত সৰলৰৈখিক সমাধান জাপি দিবলৈ যোৱাৰ দৰে তথাকথিত প্ৰগতিবাদী দলৰ নিৰ্বুদ্ধিতাৰ কাৰ্যই আকৌ এবাৰ প্ৰমাণ কৰিলে যে সমাজ-দেহত তেওঁলোক ছিন্নমূল কাঠফুলাৰ বাহিৰে আন একো নহয়।

অসমৰ এনে এক পৰিস্থিতিৰ মাজতো তেওঁলোকে ৰাজ্যৰ সীমাৰ বাহিৰৰ চুবুৰীয়া ৰাজ্যৰ অন্য এক ভাষা-সংস্কৃতি তথা জাতীয় চেতনাক প্ৰতিনিধিত্ব কৰা নেতাক তেওঁলোকৰো গুৰু বুলি মানি লৈ তেওঁৰ মুখলৈ চাই ৰ'ল আৰু সমস্যাৰ তাত্ত্বিক ব্যাখ্যা আওৰোৱাত ব্যস্ত হৈ পৰিল।

খুব স্বাভাৱিকতে আন্দোলনকাৰী জনগণৰ এওঁলোক হৈ পৰে শত্রু। আৰম্ভ হয় তেওঁলোকৰ ওপৰত বিক্ষিপ্ত নির্যাতন। এই দলকেইটাই তেওঁলোকৰ কার্যকলাপৰ দ্বাৰা আটাইতকৈ ক্ষতি সাধন কৰিলে অন্য এক দিশত। তেওঁ লোকৰ সক্রিয় বিৰোধিতাৰ ফলস্বৰূপে স্বতঃস্ফূর্ত জনজাগৰণৰ ক্ষেত্রত আহি পৰা সৰু-সুৰা ক্রুটি-বিচ্যুতিৰ কথা বৈজ্ঞানিক বিশ্লেষণেৰে আঙুলিয়াই দিব খোজাসকলকো জনসাধাৰণে একাকাৰ কৰি পেলালে তেওঁলোকৰ লগত। জনসাধাৰণ হৈ পৰিল সম্পূর্ণ অসহিষ্ণু আৰু আঁকোৰ-গোজ। সেই সময়ছোৱাত গণতান্ত্রিক প্রক্রিয়াৰ অপৰিহার্য উপাদান বুলি স্বীকৃত যি মতবিৰোধৰ অধিকাৰ, সেয়া প্রায় নাইকিয়া হোৱাৰ উপক্রম হ'ল। আন্দোলনকাৰী জনগণ আৰু সুযোগৰ অপেক্ষাত খাপ পিটি বৈ থকা শাসকদল উভয়েই অসহিষ্ণু আৰু আঁকোৰ-গোজ মনোভাৱেৰে যুদ্ধং দেহি ৰূপত অৱতীর্ণ হ'ল।

তেনে এক পৰিস্থিতিত নিৰপেক্ষ হৈ থকা কাৰো পক্ষে সম্ভব নহ'ল। দুটাই শিবিৰ, হয় আন্দোলনৰ পক্ষে, নহয় চৰকাৰী শাসকৰ পক্ষে।

সমগ্র অসমৰ এই বাতাৱৰণৰ মাজত চহৰ-নগৰত বাস কৰা মধ্যবিত্ত শ্রেণীৰ লেখক-বুদ্ধিজীৱী-চিন্তাবিদসকলৰ অৱস্থা বৰ শোচনীয় হৈ পৰিল। নিজৰ স্থিতি লৈ কোনোদিনেই এনেকুৱা সংঘাত তথা সংকটৰ সম্মুখীন হোৱাৰ অভিজ্ঞতা নথকা এই চাম লোক হৈ পৰিল বিমূঢ়। এক দোদুল্যমান পৰিস্থিতিত পৰি তেওঁলোকৰ প্রায় সকলোৱে প্রথম অৱস্থাত তভক মাৰি ৰ'ল। আন্দোলনৰ ক্রুটি-বিচ্যুতিৰ কথা ক'বলৈকো ভয়, আনপিনে দেখদেখকৈ চৰকাৰৰ বিৰোধিতা কৰিবলৈকো ভয়। বহুতে মধ্যম পন্থা অৱলম্বন কৰি নিশ্চুপে সকলো মানি ল'বলৈকে চেষ্টা কৰিলে। কিন্তু তেনেকৈও সৰহ দিন নচলিল। গতিকে তেওঁলোকো উক্ত দুটা শিবিৰত আশ্রয় ল'বলৈ বাধ্য হ'ল।

ঠিক তেনে এক সময়ৰ কথা।

হৰেকৃষ্ণ চৌধুৰীক ছাত্রসকলে ভাল পায়। ছাত্রসকলৰ মনত তেওঁ এজন আদর্শ শিক্ষক। নতুন কথা জনাৰ প্রতি, শিকাৰ প্রতি আগ্রহী ছাত্রৰ বাবে তেওঁ প্রেৰণা-স্বৰূপ। সমাজ বিজ্ঞানৰ ছাত্র হিচাপে চৌধুৰীয়ে সকলো কথা, সকলো ঘটনাৰ বৈজ্ঞানিক বিশ্লেষণেৰে চালিজাৰি চাবলৈ প্রয়াস কৰে। অসমৰ এই অভূতপূর্ব জনজাগৰণৰ মাজতো তেওঁ যেন দেখিবলৈ পালে সুদূৰপ্রসাৰী ভৱিষ্যতৰ ইংগিত।

জাতীয়তাবাদী চেতনা তথা ভাষা-সংস্কৃতিৰ প্রতি মানুহৰ আৱেগিক আসক্তিক অস্বীকাৰ কৰাৰ কথা নহয়; বৰং উত্তৰণৰ প্রথম ঢাপ হিচাপেই সকলোৱে তাক গণ্য কৰা উচিত। সেই ফালৰপৰা এই আন্দোলনৰ তাৎপর্য অপৰিসীম। অনুশাসন আৰু ত্যাগৰ দৃঢ় মনোবলেৰে আগবাঢ়ি গৈ থাকিব পাৰিলে সময় আৰু অভিজ্ঞতাই দিশ নির্ণয় কৰাত সহায় কৰিব। কেৱল চাব লাগিব যাতে বাটত পুতি থোৱা সৰু সৰু বাধাৰ উজুটিয়ে নীতিৰপৰা বিপথে নিনিয়ে। মনত ৰাখিব লাগিব বিদেশী বহিষ্কাৰ কৰাৰ লগে লগে এখন

সুন্দৰ অসম গঢ়াৰ দায়িত্ব, অসমীয়া ভাষা-সংস্কৃতিক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰাৰ দায়িত্বও আমাৰেই। তাৰ বাবে প্ৰয়োজনীয় কাৰ্যসূচীও আমি সমান্তৰালভাৱে এতিয়াৰপৰা ল'লেহে ভৱিষ্যতৰ কাম সুচল হ'ব। পৃথিৱীৰ কোনো আন্দোলন, কোনো বিপ্লৱ এক অপৰিবৰ্তনীয় তত্ত্ব অনুসৰণ কৰিয়ে অনবৰত আগবঢ়াৰ উদাহৰণ নাই। সময়ৰ লগে লগেহে আন্দোলনে এক নিৰ্দিষ্ট সোঁত ল'বলৈ প্ৰয়াস পায়।

হৰেকৃষ্ণ চৌধুৰী আন্দোলনৰ সৈতে জড়িত হৈ পৰিল। ছাত্ৰসকলে তেওঁক আদৰণি জনালে। যি কাম অগ্ৰজসকলে কৰিব নোৱাৰিলে সেই কাম সমাধা কৰিবলৈ ওলাই অহা ল'ৰা-ছোৱালীহঁতৰ অপৰিসীম ত্যাগ স্বীকাৰ আৰু দুখ-যাতনাত তেওঁৰ অন্তৰ উথলি উঠিল। ছাত্ৰসকলেও তেওঁলোকৰ এজন প্ৰিয় শিক্ষকক তেওঁলোকৰ মাজত পাই সুখী হ'ল। কিন্তু এইখিনিতে এক লেঠা লাগিল। ক্ৰমে ক্ৰমে আন্দোলনে গতি লাভ কৰাৰ লগে লগে সৰু-সুৰা কিছুমান কথা অথচ যিবোৰৰ মাজত ভৱিষ্যৎ অসমৰ উন্নয়ন কিম্বা বৃহত্তৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত বিচ্যুতিয়ে দেখা দিয়াৰ সম্ভাৱনাই অধিক, তেনে কিছুমান কথা-কামত আন্দোলনৰ নেতৃবৃন্দৰ সৈতে হৰেকৃষ্ণ চৌধুৰীৰ মতান্তৰ ঘটিল।

আন্দোলন চলাই যাবলৈ অৰ্থ-সংগ্ৰহৰ প্ৰয়োজন হ'ল। আন্দোলনকাৰীসকলে অৰ্থ সংগ্ৰহৰ সহজ পন্থা গ্ৰহণ কৰিলে। তেওঁলোকে বিশেষ কেতবোৰ বিভাগৰ দুৰ্নীতিপৰায়ণ বিষয়া, ঠিকাদাৰ আৰু ব্যৱসায়ীসকলৰ ওচৰ চাপিল। এই চাম লোকে নিজা স্বাৰ্থ পূৰণৰ খাতিৰত উভয় শিবিৰক সন্তুষ্ট কৰি ৰখাৰ প্ৰয়োজনীতা অনুভৱ কৰি ছেগ চায়ে আছিল। তেওঁলোকৰ বেছিভাগেই উদাৰতাৰে দান-বৰঙণি আগবঢ়ালে। এনেবোৰ লোকেই ছেগ চাই বহু সময়ত আন্দোলনৰ নেপথ্যৰ হোতাৰ ৰূপত অৱতীৰ্ণ হ'ল। হঠাতে যেন তেওঁলোকৰ দেশপ্ৰেম উথলি উঠিল।

হৰেকৃষ্ণ চৌধুৰীয়ে এই কথাটোত আপত্তি তুলিলে। দুৰ্নীতিপৰায়ণ বিষয়া, ঠিকাদাৰ, ব্যৱসায়ীৰ এই চক্ৰটো আজি হঠাতে ইমান যে দেশপ্ৰেমিক হৈ পৰিছে, প্ৰকৃততে তেওঁলোক কোন ? তেওঁলোক কি ? ৰাস্তা-ঘাট, দলং, মথাউৰি, জলসিঞ্চন, বিদ্যুৎ-যোগান আঁচনি আদি নিৰ্মাণ তথা জনসাধাৰণৰ উন্নয়নৰ কামৰ দায়িত্বত থকা বিষয়া, ঠিকাদাৰসকলে নানা সুৰুঙাৰে অন্যায়কৈ টকা আত্মসাৎ কৰি নিজে ধনী হৈছে হয়, কিন্তু তেওঁলোকে জনসাধাৰণৰ উপকাৰ কিমান সাধিছে ? তেওঁলোক কেনেকৈ ধনী হৈছে ? হয়, তেওঁলোক অসমীয়া। কিন্তু যিসকল লোকৰ উন্নয়নৰ হকে এটা আঁচনি কৰা হয় আৰু যিসকল লোকক এইদৰে বঞ্চিত কৰা হয় তেওঁলোকো তো অসমীয়া। অৰ্থাৎ দহ হেজাৰজন অসমীয়াক বঞ্চিত কৰি, ঠগ-প্ৰৱঞ্চনা কৰি ধনী হোৱা দহজন অসমীয়া কেনে ধৰণৰ দেশপ্ৰেমিক হ'ব পাৰে ? আনহাতে, এইসকল অসমীয়াই তেওঁলোকে আত্মসাৎ

কৰা ধনৰ কেইটামান সৎ কামৰ প্ৰতি দলি মাৰি দিয়াটো তেওঁলোকৰ দেশপ্ৰেম নে ই'ও এক তেওঁলোকৰ চাতুৰিহে, এই কথা ভালদৰে বিবেচনা কৰা উচিত।

বৰং অতদিনে বঞ্চিত জনসাধাৰণে আন্দোলনৰ বাবে যি ত্যাগ স্বীকাৰ কৰিবলৈ আগবাঢ়ি আহিছে এই সময়ত তেওঁলোকৰ ওচৰ চপাই উচিত হ'ব। সাধ্যানুযায়ী তেওঁলোকে যি দিব সেয়েই যথেষ্ট হ'ব।

হৰেকৃষ্ণ চৌধুৰীৰ এই যুক্তিক কোনেও কৰ্ণপাত নকৰিলে। বৰং দেখা গ'ল যে তথাকথিত এই দেশপ্ৰেমিকসকলৰ প্ৰৰোচনাত চৌধুৰীক আন্দোলনকাৰীসকলে সন্দেহৰ চকুৰে চাবলৈ আৰম্ভ কৰিলে। চৌধুৰী কিন্তু দমি নগ'ল। তেওঁ অনিৰুদ্ধ হাজৰিকাৰ দৰে কেবাজনো গণ্য-মান্য লেখক বুদ্ধিজীৱীৰ সৈতে এই বিষয়ে আলোচনা কৰি তেওঁলোকৰ মতামত বিচাৰিলে। পিছে তেওঁলোকৰ সকলোৱে এইবিলাকৰপৰা নিৰাপদ দূৰত্বত থকাটোৱেই বুদ্ধিমানৰ কাম বুলি গণ্য কৰিলে।

অনিৰুদ্ধ হাজৰিকাই ক'লে : চাওক চৌধুৰী, এইবোৰ সক কথা। অসমীয়াৰ মাজত এইদৰে বিভাজন নানিব। এই সময়ত আমাৰ কাম চলি যাব লাগে। আন্দোলনৰ বাবে টকাৰ প্ৰয়োজন আৰু সহজতে যি টকা হাততে পোৱা গৈছে তাক লোৱাত আপত্তি কি ? টকাৰ তো একো চিন নাই।

: দেখাত আপত্তিৰ কাৰণ একো নাই হয়, কিন্তু দীৰ্ঘমিয়াদী আন্দোলন এটা দৃঢ় নীতি অনুসৰণ কৰিহে আগবাঢ়িব লাগিব। মই ভাবোঁ আন্দোলন এটা সফল কৰি জনসাধাৰণৰ আশা-আকাংক্ষা পূৰণ কৰিবলৈ হ'লে সক হ'লেও এইবোৰ কথাত দৃঢ় নীতি অৱলম্বন কৰিবই লাগিব। ধৰা হওক, এদিন আমাৰ এই আন্দোলন সফল হ'ব। বিদেশী নাগৰিক বহিষ্কাৰ হ'ব, আমাৰ জাতীয় চৰকাৰ গঠন হ'ব। সেইদিনাৰ কথা ভাবিকচোন। সেইদিনা এইসকল লোকেই আজিৰ দৰে নিজ স্বাৰ্থ পূৰণ কৰিবলৈ উঠি পৰি নালাগিবনে ? যি জনসাধাৰণে অসীম ত্যাগ স্বীকাৰ কৰি এই আন্দোলনত জান-প্ৰাণ সঁপি দিছে, তেওঁলোক সেইদিনাও এই দেশপ্ৰেমিকসকলৰ স্বাৰ্থৰ বলি নহ'বনে ?

: আপোনাৰ কথাত যুক্তি নথকা নহয়, কিন্তু এই সময়ত এইবোৰ যুক্তিয়ে কাম নিদিয়ে। মিছামিছি আপুনি অপ্ৰিয় নহ'ব। আৰু অপ্ৰিয় হোৱা মানে তো জানেই। গতিকে এনে সময়ত অযথা মাত নমতাই শ্ৰেয়।

: নহয়, আপোনালোকে এটা কথা ভাবি চাওক; কিছুমান কথাত ঠিক সময়ত মাত নামাতিলে পাছত মাত মাতিও লাভ নাই।

হৰেকৃষ্ণ চৌধুৰী তেনেকুৱাই।

হৰেকৃষ্ণ চৌধুৰীয়ে মাত মাতিলে। বাতৰি কাকত, আলোচনীত এই সম্পৰ্কে কেইবাটাও প্ৰবন্ধ লিখিলে। উদ্দেশ্য তেওঁৰ মতৰ সৈতে অইনবো মত বিনিময় হওক, তাৰ পাছত এক সুস্থ মত গঢ়ি উঠক। কথাটো তেওঁ এৰি নিদিলে।

হৰেকৃষ্ণ চৌধুৰী মানুহজনেই বেলেগ ধাতুৰে গঢ়া। কিবা এটা কথা তেওঁৰ মনত লাগিলে তেওঁ তাক উন্মাৰে প্ৰকাশ কৰে আৰু কোনোৱাই যুক্তিৰে তেওঁক পতিয়ন নিয়াব নোৱৰা পৰ্যন্ত তেওঁ তাক এৰি নিদিয়ে।

আন্দোলনৰ কালছোৱাত আৰু এক বৈশিষ্ট্যই হৰেকৃষ্ণ চৌধুৰীৰ মনত উচপিচ লগালে। এপিনে জনগণে এই আন্দোলনক অসমীয়া জাতীয় অস্তিত্ব ৰক্ষাৰ্ বাবে মৰণ পণ বুলি গণ্য কৰিছে। সঁচা কথা, এটা জাতিৰ ইতিহাস তথা এটা জাতিৰ অস্তিত্ব তাৰ ভাষা-সংস্কৃতিৰ ঐতিহ্য আৰু উৎকৰ্ষৰ সৈতে ওতপ্ৰোতভাৱে জড়িত। দৰাচলতে এটা জাতিৰ স্বৰূপ প্ৰতিফলিত হয় তাৰ ভাষা-সংস্কৃতিৰ জৰিয়তেহে। অন্য কথাত জাতিৰ অস্তিত্বৰ সৈতে ভাষা-সাহিত্য-সংস্কৃতি সম্পূৰ্ণ অভিন্ন। স্ববিৰতাৰ মাজত বৈ থকা অসমীয়া জাতিৰ এই জাগৰণে যদি ইয়াৰ ভাষা-সাহিত্য-সংস্কৃতিৰ দিশতো স্বকীয়তা আৰু উৎকৰ্ষ প্ৰতীয়মান কৰিবলৈ যত্নপৰ নহয়, তেনেহ'লে অকল মুখেৰে অসমীয়া জাতীয় অস্তিত্ব ৰক্ষাৰ সংগ্ৰাম বুলি চিঞৰি থাকিলে একো লাভ নহ'ব।

অথচ সমগ্ৰ অসমৰ চহৰ-নগৰত এই আন্দোলনৰ কালছোৱাত এক আচৰিত ঘটনা পৰিলক্ষিত হ'ল। চহৰ-নগৰসমূহৰ চুবুৰিয়ে চুবুৰিয়ে কাঠফুলাৰ দৰে গঢ়ি উঠিল অসংখ্য ইংৰাজী মাধ্যমৰ স্কুল। অসমৰ জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলনত মানুহে সত্যাগ্ৰহ, শোভাযাত্ৰাত এপিনে চিঞৰি চিঞৰি মাত ভাঙিছে আৰু আনপিনে জাতিৰ ভৱিষ্যৎ তেওঁলোকৰ কণ কণ শিশু সন্তানক মাতৃভাষা তথা সাহিত্য-সংস্কৃতিৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন কৰি এক বিদেশী ভাষা-সংস্কৃতিৰ শিক্ষাদানত ব্ৰতী হৈছে। ঘৰে ঘৰে জ্যেষ্ঠসকলৰ কণ্ঠত জ্যোতিপ্ৰসাদ-বিষ্ণু ৰাভাৰ গীত আৰু শিশুৰ কণ্ঠত "বা বা ব্লেকচিপ", "হাম্প্টি ডাম্প্টি"ৰে চহৰ-নগৰৰ পৰিবেশ মুখৰ হৈছে। ই বাৰু কেনে ধৰণৰ কথা ?

বিদেশী ভাষা শিকাত বাধা নাই, এটা কিয় দহটা ভাষা শিকক। কিন্তু মাতৃভাষাক হেয় জ্ঞান কৰি বিদেশী ভাষা শিকিবলৈ যোৱাৰ অৰ্থ ভৱিষ্যতে নিজক সাংস্কৃতিক জাৰজত পৰিণত কৰা নহয়নে ? নিজৰ ভাষা লিখিব-পঢ়িব নজনা ভৱিষ্যতৰ এই "অসমীয়া"-সকলে কিদৰে অসমীয়া জাতীয় অস্তিত্ব ৰক্ষা কৰিব ? তেওঁলোক সঁচাকৈয়ে সংস্কৃতিৰ জাৰজ সন্তান নহ'বনে ? কোনো এটা কৃষ্টি-সংস্কৃতিৰেই মৰ্ম উপলব্ধি কৰিব নোৱৰা এই চামৰ হাতত ভৱিষ্যতৰ অসমীয়া ভাষা-সংস্কৃতি কেনেদৰে নিৰাপদ হ'ব ' চহৰ-নগৰৰ-পৰা এইদৰে অসমীয়া ভাষা ক্ৰমে ক্ৰমে বিতাৰিত হৈ অৱশেষত ই কোনোবা জকাইচুক গাঁৱৰ দৰিদ্ৰ এচামৰ দোৱানহে এদিন হৈ নপৰিবনে ? বিশেষকৈ অসমৰ এনে এক জন-জাগৰণৰ সময়ত এই বিসংগতিপূৰ্ণ ঘটনা কেনেকৈ ঘটিবলৈ পাইছে ? অথচ এনে এটা গুৰুত্বপূৰ্ণ বিষয়ৰ প্ৰতি কাৰো ভ্ৰূক্ষেপেই নাই কিয় ?

আন্তৰিকভাৱে অনুভৱ কৰা আৰু তেওঁৰ মনত তীব্ৰভাৱে আলোড়িত কৰা এই এটা বিষয়ৰ প্ৰতি আন্দোলনৰ সৈতে সক্ৰিয়ভাৱে জড়িত কেইবাজনো নেতৃস্থানীয় লোকৰ

দৃষ্টি আকৰ্ষণ কৰিবলৈ হৰেকৃষ্ণ চৌধুৰীয়ে চেষ্টা কৰিলে। তেওঁ ভাবে এইবোৰ দিশ আওকাণ কৰি গৈ আন্দোলনে প্ৰকৃত উদ্দেশ্য সাধন কৰিব নোৱাৰিব।

হৰেকৃষ্ণ চৌধুৰী বিফল হ'ল। আন্দোলনকাৰীসকলে চৌধুৰীক প্ৰায় উপলুঙা কৰিলে ঃ অযথা আৰু অদৰকাৰী কথা কিছুমান লৈ সময়-শক্তি খৰচ কৰিবলৈ আপুনি পাৰিলেও আমি নোৱাৰোঁ, বুইছে। সমস্যা হ'ল বিদেশী নাগৰিক বহিষ্কাৰ কৰা, উৎপীড়নকাৰী চৰকাৰ এটাৰ সৈতে মোকাবিলা কৰা। আনহাতে আপুনি আহিছে আল্টু-ফাল্টু কথা কিছুমান লৈ মূৰ ঘমাবলৈ। এইবোৰ কথা পাছত ভাবিবৰ বহুত সময় ওলাব। স্পষ্ট কথা এটা আপোনাক কৈ দিওঁ, আচলতে আপোনালোকৰ দৰে মানুহক আমাৰ প্ৰয়োজন নাই। আপুনি প্ৰকৃততে কোন দলৰ মানুহ আমাৰ জনা আছে।

অক্ষম ক্ষোভ আৰু অপমানত সাময়িকভাৱে উত্তেজিত হৈ পৰিলেও হৰেকৃষ্ণ চৌধুৰীয়ে এটা কথা যেন উপলব্ধি কৰিলে ; তেওঁ উপলব্ধি কৰিলে যে তেওঁ অতিকৈ নিঃসঙ্গ। প্ৰবল বন্যাৰ সোঁতত উটি ভাহি ফুৰা এক নিঃসহায়, নিঃসঙ্গ প্ৰাণীৰ দৰে। বন্যাক তেওঁ বাধা দিয়াৰ প্ৰশ্নই নুঠে, বন্যাৰ গতিও তেওঁ সলনি কৰিব নোৱাৰে। বন্যাই তেওঁক উটাই নিব। তেওঁ কেৱল উটি যাব।

(পাঁচ)

প্ৰগতিবাদী তথা বামপন্থী বুদ্ধিজীৱী বুলি ত্ৰিভুবন ফুকনৰ খ্যাতি আছে। বামপন্থী চিন্তাচৰ্চাৰ এটা ধাৰা প্ৰৱৰ্তন কৰা বুলিও বহুতে তেওঁকেই কৃতিত্ব দিয়ে। প্ৰচুৰ অধ্যয়ন আছে বুলিও তেওঁক বহুতে সমীহ কৰি চলে। আন্দোলনৰ প্ৰথম অৱস্থাত ফুকনে দলীয় নীতি সম্পৰ্কে দুই এটা প্ৰবন্ধ লিখিছিল যদিও কিছুদিনৰপৰা তেওঁ নীৰৱ হৈ গৈছে।

ত্ৰিভুবন ফুকনৰ সৈতে হৰেকৃষ্ণ চৌধুৰীৰ পৰিচয় কলেজত পঢ়ি থকা দিনৰে। সেই পুৰণি দিনৰ খাতিৰতে হওক কিম্বা বৃত্তিগত মিলৰ খাতিৰতে হওক, দুয়ো ইজনে সিজনৰ ঘৰলৈ কেতিয়াবা অহা-যোৱা কৰে।

তেওঁলোকৰ মাজৰ সম্পৰ্কত এটা আচৰিত লক্ষণীয় কথা হ'ল তেওঁলোক যেতিয়াই লগ হয় তেতিয়াই তেওঁলোকৰ মাজত সাধাৰণ দুই এটা বিষয়ৰ বাহিৰে, যেনে কোনখন বজাৰত মাছ সস্তা, কি মাছ কি শাকেৰে ৰান্ধিলে খাবলৈ ভাল হয়, গৰুজনীক কি ঘাঁহ খুৱালে গাখীৰ বেছি দিয়ে ইত্যাদি ইত্যাদিৰ বাহিৰে আন আলোচনাই স্থান নাপায়। প্ৰথম অৱস্থাত হৰেকৃষ্ণ চৌধুৰীয়ে ত্ৰিভুবন ফুকনৰ সৈতে বিভিন্ন বিষয় আলোচনাৰ বাবে উলিয়াই চাইছিল। কিন্তু দেখা গ'ল ত্ৰিভুবন ফুকনে চৌধুৰীৰ সৈতে সম্ভৱতঃ গধুৰ বিষয় আলোচনা কৰিবলৈ ভাল নাপায়। ফুকনৰ মানত চৌধুৰী তেওঁৰ সমকক্ষ নহয়। গতিকে এদা বেপাৰীৰ সৈতে জাহাজৰ খবৰ আলোচনা কৰি একো লাভ নাই। ফুকনৰ এই উন্নাসিকতা তথা অহমিকাক চৌধুৰীয়ে পিছে কোনো ধৰণৰ গুৰুত্ব নিদিয়ে আৰু সেই বাবেই তেওঁও শাক-মাছৰ ওপৰতে আলোচনা কৰে। তেওঁলোকৰ মাজৰ সম্বন্ধ এইদৰে আচৰিত ধৰণে অটুট থাকে। ফুকন কেতিয়াবা চৌধুৰীৰ ঘৰলৈ আহে আৰু চৌধুৰীও কেতিয়াবা ফুকনৰ ঘৰলৈ যায়।

সেইদিনা আন্দোলনৰ কাৰ্যালয়ৰপৰা ওলাই হৰেকৃষ্ণ চৌধুৰীয়ে অস্থিৰ আৰু অশান্ত মন এটা লৈ ক'লৈ যাওঁ কি কৰোঁ বুলি ত্ৰিভুবন ফুকনৰ ঘৰ পালেগৈ। ফুকনে আজিকালি ঘৰকে ওলাই মেলি নুফুৰে। কলেজলৈ যোৱা সময়খিনিৰ বাহিৰে তেওঁ বাকী সময় ঘৰতে থাকে।

ফুকনৰ ঘৰ পাই চৌধুৰীয়ে কোনো ধৰণৰ ভূমিকা নকৰি আৰু ফুকনৰ উন্নাসিকতাৰ প্ৰতি কোনো ধৰণৰ ভ্ৰূক্ষেপ নকৰি পোনে পোনে ফুকনক প্ৰশ্ন কৰিলে : আপোনালোকে বাৰু কি ভাবিছে ? মই তো কওঁ আপোনালোকে ভীষণ ভুল কৰিছে।

হৰেকৃষ্ণ চৌধুৰীৰ এই পোনপটীয়া অথচ আগ-গুৰি নোহোৱা প্ৰশ্নত ত্ৰিভুবন ফুকন মুহূৰ্তৰ বাবে অপ্ৰস্তুত হ'ল। দৰাচলতে চৌধুৰীয়ে কি সুধিছে তাক গমি উলিওৱাত

ফুকনৰ অকণো সময় নালাগিল। কিন্তু চিৰাচৰিত অভ্যাসবশতঃ তেওঁ প্ৰশ্নটো এৰাই যাব খুজিলে আৰু ওলোটাই চৌধুৰীকহে প্ৰশ্ন কৰিলে ঃ আপোনাৰ দেখোন বহুদিন খবৰেই নাই, আমাৰ ফালে অহা নাছিল কিয় ?

ঃ মোৰ ব্যক্তিগত খবৰ বাদ দিয়ক, জানেই ৰাজ্যৰ এনেকুৱা পৰিস্থিতিত মোৰ আপোনাৰ ব্যক্তিগত খবৰৰ কোনো বিশেষত্ব নাই। কি হৈছে এইবোৰ ? এটা জাতিৰ এই সন্ধিক্ষণত আপোনালোকৰ দৰে মানুহৰ কৰিব লগীয়া একোৱে নাই বুলি ভাবিছেনে ?

যথেষ্ট অস্বস্তি আৰু বিৰক্তিৰে ত্ৰিভুবন ফুকনে হৰেকৃষ্ণ চৌধুৰীৰ মুখলৈ চালে। ফুকনে লক্ষ্য কৰিলে যে হৰেকৃষ্ণ চৌধুৰী যথেষ্ট উত্তেজিত। চৌধুৰীয়ে জোৰে জোৰে চিগাৰেটত হোপা দিছে আৰু মাজে মাজে বাওঁ হাতেৰে কপালখন মোহাৰিছে। ক্ষন্তেক সময় চৌধুৰীৰ মুখলৈ চাই থাকি ত্ৰিভুবন ফুকনে বুজি উঠিল যে আজি চৌধুৰী দমি যোৱা মানুহ নহয়।

তেওঁ প্ৰশ্ন কৰিলে ঃ কওক আপুনি কি ক'ব খুজিছে ?

নহয় মই একো ডাঙৰ কথা ক'ব খোজা নাই। জানেই, আপোনালোকৰ দৰে মোৰ সিমান অধ্যয়নো নাই। মই সাধাৰণ মানুহ। সৰু কথাই মোৰ চকুত পৰে। এই যে আন্দোলনটো, যাক অসমৰ ভাষা-ধৰ্ম-গোষ্ঠী নিৰ্বিশেষে সৰ্বসাধাৰণ জনতাই সমৰ্থন জনাই সমস্ত ত্যাগ স্বীকাৰ কৰিবলৈ ওলাই আহিছে তাৰ মাজত এখন নতুন অসম গঢ়াৰ সপোন নিহিত হৈ থকা নাইনে ? তাৰ মাজত এটা সুস্থ অসমীয়া জাতিয়ে ইতিহাসত পুনৰ্বাৰ নিজৰ স্থান নিৰ্ধাৰিত কৰাৰ প্ৰচেষ্টা নিহিত হৈ থকা নাইনে ? অথচ নিজস্ব ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ অবিহনে এটা জাতিৰ অস্তিত্ব কেনেদৰে প্ৰতীয়মান হ'ব ? নিজৰ ভাষাক হেয় জ্ঞান কৰি বিদেশী ভাষাৰ মাধ্যমত শিক্ষাদান কৰি অসমৰ ভৱিষ্যৎ বংশধৰসকলক আমি কি কৰিব খুজিছোঁ ? এনেবোৰ বিষয়ত আপোনালোকৰ কৰিব লগীয়া একো নাইনে ?

একে লেথাৰিয়ে কথাখিনি কৈ চৌধুৰী ৰ'ল আৰু ফুকনৰ প্ৰতিক্ৰিয়ালৈ বাট চালে।

ত্ৰিভুবন ফুকন যেন কথাখিনিৰ বাবে প্ৰস্তুতেই আছিল, ঠিক তেনে এক ভঙ্গীৰে হাঁহি এটা মাৰি অকণো উত্তেজিত নহৈ তেওঁ ক'বলৈ লাগিল।

ঃ চাওক চৌধুৰী, আন্দোলনটো সম্পৰ্কত মোৰ ক'ব লগীয়া আজিৰপৰা বহুদিন আগতেই কৈছোঁ। আপুনি কথাবোৰ বিজ্ঞানসন্মতভাৱে বিশ্লেষণ কৰি চোৱা নাই। এই আন্দোলনটোৰ যিসকলে নেতৃত্ব দিছে তেওঁলোকৰ শ্ৰেণী-চৰিত্ৰ অধ্যয়ন কৰি চালেই ওলাই পৰিব যে ই এক দুৰ্ঘোৰ প্ৰতিক্ৰিয়াশীল আন্দোলন। বিদেশী সাম্ৰাজ্যবাদৰদ্বাৰা

পৰিপুষ্ট এই আন্দোলনৰপৰা আপুনি কি আশা কৰিছে ? মই তো আচৰিতেই হৈছোঁ, আপুনি অন্ততঃ প্ৰতিক্ৰিয়াশীলৰ দলত যোগ দিব নালাগিছিল।

ত্ৰিভুবন ফুকনে স্থিতপ্ৰজ্ঞৰ দৰে শান্ত সমাহিত হৈ কোৱা এই কথাষিনিত হৰেকৃষ্ণ চৌধুৰী দুগুণে উত্তেজিত হ'ল।

"প্ৰতিক্ৰিয়াশীল", "সাম্ৰাজ্যবাদ", "শ্ৰেণী-চৰিত্ৰ" আপোনালোকৰ এইবোৰ পেটেন্ট শব্দৰ প্ৰতি মোৰ কোনো ভ্ৰান্তিও নাই, মোহো নাই। মই সাধাৰণভাৱে এটা কথাই বুজি পাওঁ যে আপোনালোকে জনসাধাৰণৰ কথা কয় কিন্তু জনসাধাৰণৰপৰা আপোনালোক আঁতৰত থাকে। জনসাধাৰণৰ আৱেগ-অনুভূতিৰ প্ৰতি কোনোদিনেই আপোনালোকে সম্মান প্ৰদৰ্শন কৰা নাই। তাত্ত্বিক কেইটামান কথা আয়ত্ত কৰি আপোনালোকে নিজক বিজ্ঞ বুলি জ্ঞান কৰে। মই ভাবোঁ, তাক জ্ঞান বুলি নকয়। আপোনালোকে সমস্যা এটাৰ ভিতৰলৈ যাবলৈ কোনোদিনেই চেষ্টা কৰা নাই। আপোনালোকৰ মানত জনসাধাৰণ যদি অবোধেই হয়, অবোধক দূৰৰপৰা গালি পাৰি থাকি কিম্বা তিৰস্কাৰ কৰি থাকি শুধৰাব নিশ্চয় নোৱাৰে। অথচ এই সাধাৰণ কথাটো আপোনালোকে কোনোদিনেই ভাবি চোৱা নাই।

হৰেকৃষ্ণ চৌধুৰীৰ এই প্ৰত্যক্ষ, অপ্ৰত্যাশিত আক্ৰমণত ত্ৰিভুবন ফুকন ক্ষন্তেকপৰ তভক মাৰি ৰ'ল। অলপ আগৰ তেওঁৰ স্থিতপ্ৰজ্ঞৰ ৰূপ সলনি হ'ল। তেওঁ প্ৰায় ক্ৰোধমিশ্ৰিত সুৰত উত্তৰ দিলে ঃ চাওক চৌধুৰী, আন্দোলনটোৰ প্ৰকৃতি সম্পৰ্কে আপোনাক কৈছোঁৱেই। আৰম্ভণিৰপৰাই ই এক উগ্ৰ প্ৰতিক্ৰিয়াশীল শক্তিৰ দ্বাৰা পৰিচালিত। ইয়াত বিদেশী শক্তিৰ হাত আছে। তেনে এটা আন্দোলনক আমি আমাৰ নীতিৰ খাতিৰত সমৰ্থন জনাব নোৱাৰোঁ। বিজ্ঞানসম্মতভাৱে একো কথা চালিজাৰি নোচোৱাকৈ কিম্বা ইতিহাস অধ্যয়ন নকৰাকৈ ওপৰে ওপৰে আপোনাৰ দৰে লোকেহে এনেবোৰ কথা ক'ব পাৰে। আপুনি বিটো সৰু কথা বুলি কৈছে, আপুনি ভাবি চোৱা নাই, সিও প্ৰতিক্ৰিয়াশীল শক্তিৰ, সাম্ৰাজ্যবাদী শক্তিৰ চক্ৰান্তহে। এই প্ৰতিক্ৰিয়াশীল শক্তিৰ বিৰোধিতা কৰিবই লাগিব। স্পষ্টভাৱেই কৈছোঁ আপোনাৰ দৰে প্ৰতিক্ৰিয়াশীল লোকৰ মনলৈ এনে বিভ্ৰান্তি অহাটো খুবেই স্বাভাৱিক। এই ক্ষেত্ৰত আপোনাৰ দোষ নাই।

ত্ৰিভুবন ফুকনে আৰু কিবা ক'ব খুজিছিল কিন্তু মাজতে চৌধুৰীয়ে বাধা দিলে।

ঃ নহয়, নহয়, আপোনলোকে যিমানে তাত্ত্বিক ব্যাখ্যা নিদিয়ক কিয়, আমাৰ দেশত আপোনালোকৰ দৰে বামপন্থীসকলে সদায়ে ভুল কৰি আহিছে। জনসাধাৰণেই ইতিহাসৰ চালিকা শক্তি বুলি তাত্ত্বিক শ্লোগান যিমানেই নিদিয়ক, সত্য হ'ল ইতিহাসৰ একোটা সন্ধিক্ষণত আপোনালোকে জনসাধাৰণক সদায়ে বিশ্বাসঘাতকতা কৰি আহিছে। দেশৰ স্বাধীনতা আন্দোলনৰ সময়ত বিটো ঘটিছিল সেই একেটা ভুলকেই অসমত

আপোনালোকেও কৰা নাইনে ? দেশৰ স্বাধীনতা সংগ্ৰামৰ সময়ত বামপন্থীসকলে যি যুক্তিৰেই নিজক আঁতৰাই নাৰাখিছিল কিয়, তাৰদ্বাৰা ইংৰাজ ঔপনিৱেশিক শাসনকহে সহায় কৰা হৈছিল। মই ভাবোঁ সেই সময়ত বামপন্থীসকলে সেই ভুল নকৰা হ'লে আজি হয়তো দেশৰ পৰিস্থিতিয়েই সলনি হ'লহেঁতেন। ঠিক একেদৰে আজিও আপোনালোকে এই আন্দোলনৰ বিৰোধিতা কৰাৰপৰা অৰ্ধ-ঔপনিবেশিক স্বাৰ্থ ৰক্ষা কৰা শাসকসকলকহে সহায় কৰা হৈছে।

মই ইতিহাসৰ ছাত্ৰ নহওঁ সঁচা, ইতিহাসৰ অধ্যয়নো মোৰ নাই। কিন্তু মোৰ নিচিনা সাধাৰণ লোকৰ মন আচ্ছন্ন কৰিব খোজা এই সন্দেহৰ ছাঁ আঁতৰ কৰিবলৈ আপোনালোকে কি ব্যৱস্থা লৈছে ?

যথেষ্ট ক্ষোভেৰে কথাখিনি কৈ হৰেকৃষ্ণ চৌধুৰীয়ে ত্ৰিভুবন ফুকনৰ উত্তৰলৈ বাট চালে যদিও তেওঁৰ অনুভৱ হ'ল ফুকনৰ সৈতে তেওঁৰ মতৰ কোনো পৰ্যায়তেই মিল হোৱাৰ সম্ভাৱনা নাই। গতিকে অনৰ্থক বাক্য বিনিময়ৰো দৰাচলতে প্ৰয়োজন নাই।

দুয়োৰে মাজত কিছু সময়ৰ বাবে অশান্তিদায়ক নীৰৱতাই ঠাই কৰি ল'লে। পাছত ফুকনে সম্পূৰ্ণ নিৰ্লিপ্ত স্বৰত ক'লে ঃ আপুনি বেয়া পালেও মই এটা কথা ক'বলৈ বাধ্য হৈছোঁ যে আপোনাৰপৰা নতুনকৈ জ্ঞান লোৱাৰ প্ৰয়োজন মই বোধ কৰা নাই। তদুপৰি এই সম্পৰ্কে আপোনাক মোৰ ক'ব লগীয়াও একো নাই, কাৰণ আপুনি সেইবোৰ কথা বুজি নাপাব। তাৰ বাবে ইতিহাস অধ্যয়নৰ প্ৰয়োজন।

হৰেকৃষ্ণ চৌধুৰী বিমৰ্ষ মনেৰে ত্ৰিভুবন ফুকনৰ ঘৰৰপৰা ওলাই আহিল। যি এক অস্থিৰতা আৰু যন্ত্ৰণা লৈ তেওঁ ফুকনৰ ঘৰলৈ গৈছিল, তাতোকৈ অধিক অসহনীয় নিঃসঙ্গতাৰ বেদনা বুকুত লৈ তেওঁ উভতি আহিব লগীয়া হ'ল। উট চৰায়ে হেনো বালিত মূৰটো গুজি নিজে নেদেখে বাবে নিজকে নিৰাপদ বুলি ভাবি বৈ থাকে। এই তথাকথিত প্ৰগতিবাদীসকলেও উট চৰাইৰ দৰে তত্ত্বৰ বালিত মূৰ গুজি প্ৰকৃত সমস্যা নেদেখাকৈ তাৰ সমাধান হ'ব বুলি ভাবি থাকে নেকি বাৰু ?

নিজৰ ভুলৰ বাবে তেওঁলোকে নিজে যি ধৰণে প্ৰায়শ্চিত্ত কৰে কৰক, তেওঁলোকৰ মানত হৰেকৃষ্ণ চৌধুৰী প্ৰতিক্ৰিয়াশীল হয় হওক, কিন্তু তেওঁলোকৰ ভুলৰ বাবে যে অইনে ভাবী কালৰ বাবেও প্ৰায়শ্চিত্ত কৰি থাকিব লাগিব, তেওঁলোকৰ ভুলৰ বাবে এক মহান উদ্দেশ্য ব্যাহত হ'ব, তাতকৈ দুখজনক কিয়েইবা হ'ব পাৰে ?

হৰেকৃষ্ণ চৌধুৰী বিষন্ন হৈ পৰিল।

(ছয়)

এক্সাইজ কমিচনাৰ ধীৰাজ ভূঞা চহৰৰ এজন নাম কৰা লোক। তেওঁৰ ভায়েক বিৰাজ ভূঞা এজন ডাঙৰ ঠিকাদাৰ। চহৰখনৰ যিটো অঞ্চলত নতুন ধনীসকলৰ আবাসস্থল তাত ওচৰা-উচৰিকৈ যি দুটা একে ধৰণৰ সুৰম্য দালান সকলোৰে চকুত পৰে, সেই দুটাৰ গৰাকীয়েই হ'ল ভূঞা ভাতৃদ্বয়।

নানান সামাজিক তথা সাংস্কৃতিক অনুষ্ঠানত ভূঞা ভাতৃদ্বয়ৰ বৰঙণি আছে। টকা-পইচাৰে তেওঁলোকে হেনো আন্দোলনকো বহুখিনি সহায় কৰিছে। তেওঁলোকে নিজেই এই কথা সুযোগ পালেই কয়। শাসকসকলৰ সৈতেও সম্পৰ্ক তেওঁলোকৰ মধুৰ। ৰাজধানীত শাসকমহলৰ মাজত তেওঁলোক প্ৰভাৱশালী ব্যক্তি বুলিয়ে জনাজাত।

কমাৰ কলেজৰ দিনৰ অন্তৰংগ বন্ধু মণিকা বৰ্তমান এক্সাইজ কমিচনাৰ ধীৰাজ ভূঞাৰ পত্নী। মণিকাক কেতিয়াবা বাটে-ঘাটে কমাই লগ পায়। বজাৰ কৰা গধূৰ মোনাৰে চিটিবাছৰ বাবে কমাই অপেক্ষা কৰি থাকোঁতে এদিন নে দুদিন মণিকাই দেখি জোৰকৈয়ে গাড়ীত তুলি আনিছে। সিহঁতৰ ঘৰলৈ কেবাদিনো মাতিছে।

দিনে দিনে মণিকাৰ ৰূপ চৰিছেহে যেন। কি স্বাস্থ্য, কি ৰং! কমাৰ হাঁহিয়ে উঠে, এই মণিকায়ে এদিন হৰেকৃষ্ণ চৌধুৰীক পাবলৈ হাহাকাৰ লগাইছিল।

কমা সাধাৰণতে কাৰো ঘৰলৈ নাযায়। এনেয়ো তাই মানুহৰ সৈতে বৰকৈ হলি-গলি কৰিব নাজানে। তাতে তাইৰ দেখোন আজৰিয়ে নাই। ল'ৰাটোৰ জঞ্জাল মাৰি, বজাৰ-সমাৰৰপৰা আৰম্ভ কৰি ঘৰৰ কাপোৰ ধোৱা, চিলাই কৰা, ৰন্ধা-বঢ়া এইবোৰতে দিনটো টাকুৰি ঘূৰাদি ঘূৰি থাকোঁতেই যায়। সংসাৰখনৰ এইবোৰ কেনেকৈ চলে চৌধুৰীৰ তো খবৰেই নাই।

পুৰণি দিনৰ খাতিৰতে কেতিয়াবা মণিকাক লগ পাবৰ মন নোযোৱা নহয়। সিহঁত থকা ঠাইৰপৰা বেছি দূৰো নহয়। তাই তো মাতিয়ে আছে। কমাই পিছে তাইক ইচ্ছা কৰিয়েই ঘৰলৈ মতা নাই। চৌধুৰীয়ে মানা কৰি থৈছে। কি দৰ্কাৰ সেইবোৰ মানুহৰ সৈতে হলি-গলি কৰিবলৈ যোৱাৰ? ল'ৰাটোক লৈ নিজৰ কম্‌প্লেক্সহে বাঢ়িব।

কথাটো মিছা নহয়। আবেলি হ'লে ল'ৰাটোৱে ফুৰাবলৈ নিবলৈ তাইক জুলুম কৰি থকা সময়ত কেইবাদিনো তাই মণিকাৰ তালৈকে যাওঁ বুলি ভাবিও শেষত যাব পৰা নাই। ল'ৰাটোৰ পোছাক-পাতি যিহে, মণিকাৰ ঘৰলৈ নিবলৈ ভালেই নালাগে। আনহাতে, এদিনৰ বাবে গৈ মণিকাৰ ল'ৰা-ছোৱালীৰ খেলা পুতলা, পোছাক আদি দেখি সিও তাইক জ্বলা-কলা কৰি মাৰিব।

মণিকাৰ ডাঙৰটো ল'ৰাক দাৰ্জিলিঙৰ এখন নাম থকা স্কুলত পঢ়ুৱায়। সৰু ছোৱালীজনীকো পঠিয়াব। মাহে বহুহেজাৰ টকা লাগে হেনো। ইমানবোৰ টকা ক'ত পায় জানো ? নাই, নাই, সিহঁতৰ ঘৰলৈ অহা-যোৱা কৰাটো সমীচিন নহয়।

সেইদিনা কমাই ল'ৰাটো লগত লৈ বজাৰলৈ গৈছিল। চিটিবাছৰ বাবে বৈ থাকোঁতে হুৰ হুৰকৈ আহিল বৰষুণ। ঘৰৰপৰা ওলাওঁতে বৰষুণ অহা কথা নাছিল। ক'ৰপৰা যে আহি পালে আপদীয়া বৰষুণজাক! কেইবাজনো ৰিক্সাৱালাক সুধি চালে, সিহঁত নাযায়। ৰিক্সাৱালাবোৰৰ সৈতে যিটো স্বাভাৱিকতে হয়। বৰষুণতো নাযায়, ৰ'দতো নাযায়।

বাছষ্টপত বৰষুণৰ এছাৰেকণিত তিতি তিতি বৈ থকাৰ বাহিৰে গত্যন্তৰ নেদেখি কমা বিমোৰত পৰিল। মাজতে চিটিবাছ এখন আহিছিল, কিন্তু যিহে মানুহৰ ভিৰ সিহঁতে উঠিবকে নোৱাৰিলে। ল'ৰাটোৰ সৈতে তাই অকলে বৈ থাকিল। ইপিনে এক্কাবো হৈ আহিছে।

তেনেকুৱাতে এখন গাড়ী আহি বাছষ্টপৰ ওচৰতে ৰ'লহি। ঠিকেই, মণিকাৰ গাড়ী। কমাৰ ভাল লাগিল। আজিৰ এনেকুৱা এটা মুহূৰ্তত মনে মনে কমাই এনে এটা সুযোগৰ বাবে দৰাচলতে আশা কৰিয়েই আছিল। গাড়ীখন সিহঁতৰ ওচৰলৈকে আনি ৰাখিলে। আজি পিছে গাড়ী চলাইছে মণিকাৰ স্বামী ধীৰাজ ভূঞাই। কমাৰ বৰ ঠিক নালাগিল। আগতেও দুবাৰ নে তিনিবাৰ মণিকাৰ গাড়ীত এইদৰে উঠি আহিছিল যদিও তেতিয়া গাড়ীত মণিকাৰ স্বামী নাছিল। গতিকে আজি কিবা সংকোচ উপজিল। ইতিমধ্যে মণিকাই সন্মুখৰ ছিটৰপৰা নামি পিছৰ ছিটৰ দুৱাৰখন খুলি কমাক মাতিলে। আহাঁ আহাঁ, আজি যিহে অৱস্থা, চিটিবাছ ৰিক্সা একো নোপোৱা।

ক্ষন্তেক ইতস্ততঃ কৰিলেও কমা গাড়ীত উঠিলহি। কমা আৰু মণিকা পিছৰ ছিটত বহিল আৰু ল'ৰা-ছোৱালীহালক ভূঞাই সন্মুখৰ ছিটত বহুৱালে। গাড়ীত উঠাৰ সময়ত মণিকাই তাইৰ স্বামীৰ সৈতে সৰুকৈ কিবা এটা কথা পাতিলে। ভূঞাই মণিকাৰ কথাতে মান্তি হোৱাৰ দৰে মূৰ দুপিয়ালে। বৰষুণৰ মাজেৰে চৰ্চৰকৈ শব্দ কৰি গাড়ী চলিবলৈ আৰম্ভ কৰিলে।

গাড়ী চলাৰ পাছত মণিকাই কথা আৰম্ভ কৰিলে : তোমাক লগ পাম বুলি ভাবিয়ে আছিলোঁ আজি কেইবাদিনৰেপৰা। ভালেই হ'ল আজি লগ পাই গলোঁ। ব'লা আজি আমাৰ ঘৰলৈ।

কমাই আপত্তি কৰি উঠিল : নাই, নাই, আন এদিন যাম দিয়া। আজি বতৰ যিহে!

: নহয় কমা, তোমাৰ লগত এটা বৰ জৰুৰী কথা আছে। কথাটো তোমাৰেই। তুমি চিন্তা কৰিব নালাগে, তোমালোকক গাড়ীৰে ঘৰত থৈ আহিম।

কমাই অনিচ্ছা সত্বেও সম্মতি জনালে। কি এনে জৰুৰী কথা থাকিব পাৰে বাক মণিকাৰ ? তাকো আকৌ তাইৰেই কথা ! কমা যেন চিন্তাত পৰিল। তাইৰ চিন্তা ঢাকি ৰাখিবলৈকে উপযাচি মণিকাক একো নুসুধিলে।

গাড়ী আহি মণিকাহঁতৰ ঘৰ পালেহি। প'চত গাড়ী ৰখাই দ্বীবাত্র খুএগ্ৰা আৰু মণিকাই কমা আৰু ল'ৰাটোক ড্ৰয়িং ৰুমলৈ লৈ গ'ল। ল'ৰাটোৰ বোকা লাগি থকা জোতা আৰু লেতেৰা কাপোৰেৰে মণিকাহঁতৰ আটক-ধুনীয়া ড্ৰয়িং ৰুমলৈ নিবলৈ কমাৰ কিছু সংকোচ হৈছিল।

চাহ মিঠাইৰে আপ্যায়ন কৰাৰ পাছত ল'ৰাটোক মণিকাই তাইৰ ছোৱালীজনীৰ খেলা কোঠাত বিভিন্ন খেলনাৰে খেলিবলৈ দি কমাক অন্য এটা কোঠালৈ লৈ গ'ল। এই গোটেই সময়খিনি কমাই মণিকাৰ জৰুৰী কথাটো শুনিবৰ বাবে ভিতৰি উচপিচাই থকা সত্বেও বাহিৰত কোনো ধৰণৰ উৎকণ্ঠা প্ৰকাশ কৰা নাছিল। কিন্তু মণিকাৰ এই ধৰণৰ প্ৰস্তুতি দেখি কমাৰ ভয় লাগিল। কি কথা ক'বলৈ মাতি আনিছে মণিকাই ?

ঃ তোমাক তেনেহ'লে কথাটো খোলাখুলিকৈয়ে কওঁ। তোমাৰ মিষ্টাৰে অৰ্থাৎ চৌধুৰী ছাৰে এইবোৰ কিহত লাগি ফুৰিছে বাৰু ? আন্দোলনৰ এইদৰে বিৰোধিতা কৰাটো কিন্তু ঠিক হোৱা নাই। আমাৰ এওঁ আজি কেইদিনমান আগতে মোক কৈছে কথাটো। কথাটো শুনাৰেপৰা মই তোমাক লগ পাবলৈ উচপিচাই আছোঁ।

ঃ কি কথা ? তেওঁনো ক'ত আন্দোলনৰ বিৰোধিতা কৰিছে ? তেওঁ দেখোন দেহে কেহে ৰাতি নাই দিন নাইকৈ এই আন্দোলনৰ কামতে তলৌ তলৌকৈ ঘূৰি ফুৰিছে।

ঃ নহয়, চৌধুৰী ছাৰে হেনো আন্দোলনৰ নেতা কেইজনমানৰ সৈতে কাজিয়া কৰিছে আৰু আন্দোলনৰ বিৰোধিতা কৰিছে। কাকতে পত্ৰই হেনো দুৰ্নীতিপৰায়ণ ৰিক্সা-ব্যৱসায়ীয়েহে হেনো আন্দালনৰ গুৰি ধৰিছে বুলি খুব লেখা-মেলা কৰিছে ? কথাটো কিন্তু ভাল কৰা নাই। আকৌ, ইংৰাজী মাধ্যমত পঢ়াটোনো কি এনে অপৰাধ হ'ল ? ইংৰাজী ভাষাৰ সৈতে ফেৰ মাৰিবৰ জানো অসমীয়া ভাষাৰ যোগ্যতা আছে ? এই সময়ত এইবোৰ কথা কোৱা জানো উচিত হৈছে ? অসমীয়া ল'ৰা-ছোৱালীবোৰ সদায় বেকৱাৰ্ড হৈ থকাটোৱেই চৌধুৰী ছাৰে বিচাৰে নেকি ?

ঃ মই এইবোৰ কথাৰ ভিতৰলৈ যোৱা নাই। কিন্তু গণতন্ত্ৰত ৰাজহুৱা বিষয় এটা মুক্তভাৱে আলোচনা কৰাৰ অধিকাৰ সকলোৰে নাই জানো ? তাতে এই আন্দোলনটোও তো অহিংস গণতান্ত্ৰিক আন্দোলন।

ঃ চোৱা কমা, অধিকাৰ আছে নে নাই, সেইবোৰ কথা মঞো নাজানো। কিন্তু তুমি একালৰ মোৰ অন্তৰঙ্গ বন্ধু আৰু তোমাক মই আজিও ভাল পাওঁ। জানাই, চৌধুৰী ছাৰকো মই শ্ৰদ্ধা কৰোঁ। গতিকে তোমালোকৰ বাবে মই চিন্তিত হৈ পৰিছোঁ।

ঃ মই বুজা নাই, তোমাৰ কি এনে চিন্তা হ'ব পাৰে ? কথাটো খোলাখুলিকৈ কোৱা।

ঃ কেইদিনমান আগতে আমাৰ এওঁ আহি কথাটো কোৱাৰেপৰা মোৰ চিন্তা হৈছে। চৌধুৰী ছাৰে হেনো আন্দোলনৰ কাৰ্যালয়তে নেতা কেইজনমানৰ সৈতে কাজিয়া কৰিছে। কাকত-আলোচনীত আন্দোলনৰ বাবে টকা লোৱা, ইংৰাজী মাধ্যমত পঢ়া আদি অদৰ্কাৰী কথা কিছুমান লৈ আন্দোলনৰ বিৰুদ্ধে চৈধ্য পুৰুষ উজাৰিছে। ল'ৰাবোৰ হেনো গৰম হৈ আছে। আমাৰ তেওঁক আকৌ ল'ৰাবোৰে বৰ ভাল পায়। তেওঁহে হেনো সিহঁতক বুজাই-বঢ়াই শান্ত কৰি ৰাখিছে। সিহঁতে বোলে গুমৰি আছে। চৌধুৰী ছাৰ হেনো আচলতে আন্দোলনবিৰোধী দলৰহে মানুহ। চৌধুৰী ছাৰ হেনো চি পি এম।

ঃ অ', সেইটো কথা। সেয়া জানো কাজিয়া ? তেওঁ কোৱামতে তেওঁ হেনো প্ৰস্তাৱ দিছিল বাছি বাছি কেইজনমান মানুহৰপৰা অৰ্থ সাহায্য লৈ আন্দোলন চলোৱাতকৈ সৰ্বসাধাৰণ ৰাইজৰপৰা ৰৰঙণি ল'লে তেওঁলোকে আন্দোলনটোক অধিক আপোনভাৱে ল'ব। তদুপৰি কথাটোতো অযুক্তিকৰ নহয়।

ঃ এই আন্দোলনত যিবোৰে ত্যাগ কৰিছে তেওঁলোকেহে বুজে। এনেয়ে ওপৰে ওপৰে এইবোৰ কথা কোৱাটো সহজ। আমাৰ তো এতিয়ালৈ কমেও পোন্ধৰ-বিশ হেজাৰ টকা আন্দোলনৰ কাৰণেই খৰচ হৈছে। বেয়া নাপাবা কমা, তোমাক ঘৰলৈ মাতি আনি তোমাৰ অপ্ৰিয় কথা কোৱাটো মোৰ বাবে হয়তো অন্যায় হৈছে। কিন্তু মই কৈছোঁৱেই, তোমাৰ খাতিৰত আৰু চৌধুৰী ছাৰৰ খাতিৰতে, তোমালোকৰ যাতে একো অনিষ্ট নহয় সেই বাবেহে এই কথাখিনি কৈছোঁ। তুমি চৌধুৰী ছাৰক বুজাবা আৰু চাবা যাতে গা-বচাই থাকে। মানুহবোৰ হেনো চৌধুৰী ছাৰৰ বিৰুদ্ধে জাণ্ডৰ খাই আছে। সিদিনা দিন-দুপৰতে প্ৰফেচাৰ দিবাকৰ তালুকদাৰক কি অৱস্থা কৰিলে নাজানা নেকি ? শুনিছোঁ তেওঁৰ অৱস্থা হেনো ভাল নহয়।

ভয়ত কমাৰ ডিঙি শুকাই আহিল। মণিকাই তাইক ভীতি-প্ৰদৰ্শন কৰিবলৈ মাতি আনিছিল নে প্ৰকৃততে বন্ধু বুলি অনাগত বিপদৰপৰা সাৱধান কৰি দিবলৈকে মাতিছিল ! তাই কেতিয়া ঘৰ পায়, কেতিয়া ঘৰ পায় যেন দেখিলে। মণিকাৰ গাড়ীত অহাৰ ইচ্ছা নাছিল যদিও ৰৰষুণ দি থকা বাবে আৰু ইতিমধ্যে ৰাতি হৈ যোৱা বাবে মণিকাহঁতৰ গাড়ীতে আহিব লগীয়া হ'ল।

কিয় জানো হৃদয়কৃষ্ণ চৌধুৰীক লৈ কমাৰ দুশ্চিন্তা ইমান বেছি হ'ল যে তাইৰ ভাব হ'ল চৌধুৰী যেন তেওঁৰ অজ্ঞাতে ভীষণ এক বিপদৰ সন্মুখীন হৈছে আৰু এই বিপদৰপৰা তেওঁক ৰক্ষা কৰোঁতা তাইৰ বাহিৰে আন কোনো নাই। তাই যেন নিমিষতে উৰা মাৰি গৈ চৌধুৰীৰ ওচৰ পাব।

ঘৰৰ সন্মুখত গাড়ীৰপৰা নামি উধাতু খাই প্ৰায় দৌৰি যোৱাৰদৰে গৈ কমা ঘৰ সোমাল। তাইৰ আকস্মিক উৎকণ্ঠা দেখি ল'ৰাটো আচৰিত হ'ল। সি তাইক সুধিলে ঃ কি হৈছে মা, তুমি দৌৰিছা কিয় ?

তাৰ প্ৰশ্ন তাইৰ কাণত নোসোমাল। তাই কোঠালিত সোমাই দেখিলে যে হৰেকৃষ্ণ চৌধুৰী বিছনাত শুই কিতাপ এখন পঢ়ি আছে। উধাতু খাই অহা দেখি চৌধুৰী বিছনাত বহি তাইৰ ফালে চালে ঃ কি হৈছে কমা ?

কমাৰ মুখ ভয়ত বিবৰ্ণ। তাই কথাও ক'ব পৰা নাই। চৌধুৰীৰ ওচৰত থিয় হৈ তেওঁৰ মুখলৈ চাই তাই ৰৈ আছে। মাকৰ পিছে পিছে আহি ল'ৰাটোৱে কি হৈছে একো বুজিব নোৱাৰি ভেবা লাগি মাকক চাইছে।

চৌধুৰী বিছনাৰপৰা জাঁপ মাৰি নামিল আৰু কমাৰ কান্ধত ধৰি জোঁকাৰি দি প্ৰায় চিঞৰাৰ দৰে প্ৰশ্ন কৰিলে ঃ কি হৈছে কমা, নোকোৱা কিয় ? (ল'ৰাটোৰ ফালে চাই) কি হৈছে মাৰৰ ?

হঠাতে যেন কমাই সম্বিৎ ঘূৰাই পালে আৰু চৌধুৰীক দুহাতেৰে সাবটি ধৰি হুকহুকাই কান্দি উঠিল। কমাৰ এই অস্বাভাৱিক ব্যৱহাৰত চৌধুৰী বিমূঢ় হ'ল। মাকে কন্দা দেখি একো বুজি নাপাই ল'ৰাটোৱেও কান্দি উঠিল।

কিংকৰ্তব্যবিমূঢ় হৈ হৰেকৃষ্ণ চৌধুৰীয়ে কমাক বিছনাখনত বহুৱাই দিলে আৰু সৰু ছোৱালী এজনীক নিচুকুৱাৰ দৰে মূৰত হাত ফুৰাই সুধিলে ঃ কি হৈছে কমা, কোৱাচোন ঘটনাটো কি ? ইমান অস্থিৰ হ'ব লগীয়া হৈছে কি ? ক'লৈ গৈছিলা তোমালোক ? ইমান পলম হ'ল কিয় ? বৰষুণৰ কাৰণে ?

কমা কিছু প্ৰকৃতিস্থ হ'ল। ল'ৰাটোৱে ওচৰতে ৰৈ উচুপি উচুপি দেউতাকক ক'বলৈ লাগিল ঃ আমি বৰষুণৰ কাৰণে ৰৈ থাকোঁতে মণিকা মাহী আহি গাড়ীৰে আমাক তেওঁলোকৰ ঘৰলৈ লৈ গ'ল। আমি এতিয়া তাৰপৰা আহিছোঁ। মাৰ কি হৈছে মই নাজানোঁ।

ল'ৰাটোৰ কথা শুনি কমাই নিজক সম্বৰণ কৰিলে আৰু অলপ আগৰ উত্তেজনা, অস্থিৰতা তাৰ সন্মুখত প্ৰকাশ কৰাত নিজেও লাজ পাই ক'লে, "মোৰ একো হোৱা নাই সোণ, চকুত এটা জলা-পোক সোমাইছিল।" কমা লৰালৰিকৈ বাথৰুমলৈ গ'ল।

ঘটনাটো দৰাচলতে কি জানিবলৈ ভীষণ উদ্‌গ্ৰীৱ হোৱা সত্ত্বেও চৌধুৰীয়ে ল'ৰা-টোক পাহৰাবলৈ ইটো কোঠালৈ গৈ তেওঁ অন্য কথা উলিয়ালে ঃ আজি তোমালোক নাথাকোঁতে মই নিজে ৰান্ধি এটা ইমান ধুনীয়া বস্তু খালোঁ, জানা।

ঃ ইস্, তুমি নিজে ৰান্ধি বিটোহে খাবা আমাৰ জনা আছে। মণিকা মাহীহঁতৰ ঘৰত আমিও বহুতো বস্তু খালোঁ। তুমি ৰাক কি খালা কোৱাচোন ?

ঃ পিয়াঁজ তেল দি চিৰা ভাজি। তিতা তিতা, মিঠা-মিঠা, জ্বলা-জ্বলা কি যে ধুনীয়া হৈছিল।

ঃ বুজিছোঁ, বুজিছোঁ তুমি আগতেও যে এদিন কৰিছিলা। মিঠা মিঠা মুঠেও নহয়, ক'লা ক'লা আৰু তিতা তিতা। সেইবোৰ আমি নাখাওঁ যোৱা।

ল'ৰাটোৱে খিলখিলাই হাঁহিলে।

ঃ ঠিক আছে, মই কাইলৈ তোমালোকক বাৰু বনাই দিম, তেতিয়া গম পাবা। এতিয়া কাপোৰ সলাই কিতাপ লোৱা।

কমাই ইতিমধ্যে কাপোৰ সলাই গোসাঁই চাকি দি চৌধুৰীৰ ওচৰলৈ আহিল। কমাৰ চকু-মুখত তেতিয়াও উৎকণ্ঠা, শঙ্কা, দুশ্চিন্তাৰ ছাপ সুস্পষ্ট। মণিকাৰ সৈতে হোৱা কথোপকথনৰ সমস্ত বৃত্তান্ত তাই চৌধুৰীক দিলে আৰু শেহত ক'লে ঃ তুমি নুবুজা কিয়, অনৰ্থক তুমি সকলোৰে অপ্ৰিয় হৈছা। উচিত কথা কোৱাৰো একোটা সময় থাকে, আৰু এই সময় সেই সময় নহয়। দেখা নাইনে কি ঘটনাবোৰ চাৰিওফালে ঘটিব লাগিছে ?

ঃ তুমি এনেয়ে ইমান চিন্তা কৰিছা কমা। মণিকাহঁতৰ কথা সুকীয়া। তেওঁলোক আন্দোলনকাৰী নহয়। এনে এটা জনজাগৰণ টকাৰে, অন্যায়েৰে তেওঁলোকে বিপথগামী কৰিব খুজিছে আৰু তাকে মই আঙুলিয়াই দিব খোজা দেখি তেওঁলোকে বেয়া পোৱাটো স্বাভাৱিক। কিন্তু মানুহ ইমান বুৰ্বক বুলি ভাবিছা নেকি যে তেওঁলোকৰ এই চক্ৰান্ত বুজি নাপাব ? তুমি অহেতুক চিন্তা কৰিছা।

ঃ তোমাৰ কথা মই বুজিছোঁ, কিন্তু মহজনে এই সময়ত তোমাক ভুল বুজাৰেই আশংকা অধিক। অকল নিজৰ কথাই নহয়, আমাৰ কথাও ভাবিবা।

ঃ মই কাৰো বিৰোধিতা কৰা নাই। এটা জাতিৰ এনে সংকটৰ সময়ত আমিবোৰেই যদি টুপাই বুৰ মাৰি থাকোঁ ভৱিষ্যতে আমাক কোনেও ক্ষমা নকৰিব। যি কোনো আন্দোলন যদি দৃঢ় নীতি আৰু অনুশাসনৰ ওপৰত ভিত্তি কৰি চলোৱা নহয়, তেনেহ'লে তাৰপৰা বিচৰা সুফল আশা কৰিব নোৱাৰি। অসমত এই আন্দোলনৰ উদ্দেশ্য দেখাত অকল বিদেশী নাগৰিক বহিষ্কাৰ কৰাটোৰেই যেন লাগিলেও অসমৰ জনসাধাৰণে ইয়াৰ জৰিয়তে নিজৰ সৰ্বতোপ্ৰকাৰৰ উন্নতিৰ সপোন দেখিছে। জনসাধাৰণৰ এই স্বপ্ন এটা জাতিৰ পুনৰ প্ৰতিষ্ঠাৰ এই স্বপ্নক দুঃস্বপ্নত পৰিণত হ'বলৈ দিব কেতিয়াও নোৱাৰি।

ঃ মই ইমানবোৰ কথা বুজি নাপাওঁ। মই তোমাৰ কথা চিন্তা কৰিছোঁ।

ইয়াতকৈ বেছি কমাই একো ক'ব নোৱাৰিলে। তাই জানে হৰেকৃষ্ণ চৌধুৰী বেলেগ ধাতুৰে গঢ়া। তেওঁৰ নীতিত কমাৰ কথাই তেওঁক বিচলিত কৰিব নোৱাৰে। নিজৰ ভয়, দুশ্চিন্তা আৰু উদ্বিগ্নতাৰপৰা উদ্ধাৰ পাবলৈ তাই মাথোঁ ভগৱানক খাটিলে ঃ প্ৰভু, মোক শক্তি দিয়া, মোক সাহস দিয়া।

## (সাত)

হৰেকৃষ্ণ চৌধুৰী বিটো এলেকাত থাকে সেই এলেকাটোৰ আন্দোলনৰ গুৰি ধৰোঁতা হ'ল অভিজিৎ নামৰ ল'ৰাজন। অভিজিতৰ দেউতাক টেক্স চুপাৰিণ্টেণ্ডেণ্ট নে কি। অঞ্চলটোৰ বেছ প্ৰতিপত্তিশালী লোক। ৰাজহুৱা পূজা-বিহুৰ সভাপতি হয়। দুখন গাড়ী, চহৰত তিনিটা ঘৰ, এখন ট্ৰাক, তিনিটা ল'ৰাৰ তিনিখন মটৰ চাইকেল, চহৰৰপৰা নাতিদূৰত গোল্ডৰ বিঘামান মাটিৰ এখন পাম। সাধাৰণ কথা, এইবোৰ থকা মানুহ এজন প্ৰতিপত্তিশালী হ'বই আৰু আন প্ৰতিপত্তিশালী লোকৰ সৈতে তেওঁৰ সম্বন্ধ থাকিবই। তাত অস্বাভাৱিকতা একো নাই। গতিকে এই সকলোবোৰ বিচাৰ কৰিলে অভিজিৎ আন্দোলনৰ নেতা হোৱাটোতো একো অস্বাভাৱিকতা নাই। বি, এ পাচ্ কৰি অভিজিতে বহু বছৰ ধৰি আইন কলেজত পঢ়ি আছে। এইবোৰৰ সুবাদতে অভিজিৎ আন্দোলনৰ নেতা। নেতা হোৱাৰ যোগ্যতা তাৰ সম্পূৰ্ণ আছে। এলেকাটোৰ মানুহে অভিজিতক ভাল পায় নে নাপায় সেই কথা জনা নাযায় যদিও সকলোৱে তাক যে সমীহ কৰে, সেই কথা সৰ্বজনবিদিত। অভিজিতৰ কথাৰ ওপৰত মাত মাতিবলৈ কোনেও সততে সাহস নকৰে। অভিজিতে কাৰোবাৰপৰা গাড়ী খুজিলে গাড়ী পায়, আন্দোলনৰ কাৰণে বুলি টকা পাঁচ শ খুজিলে এহেজাৰ পায়, পেট্ৰল পাম্পত বিনা পইচাত যিমান লাগে তেল পায়। অভিজিতৰ অবিসম্বাদী নেতৃত্বৰ নিৰ্দেশত অঞ্চলটোৰ যুৱকসকল যি কোনো মুহূৰ্ততে জঁপিয়াই পৰিবলৈ সাজু।

এলেকাটোত একমাত্ৰ হৰেকৃষ্ণ চৌধুৰীয়েহে অভিজিতক সমালোচনা কৰে। আনকি আন্দোলনৰ কাৰ্যালয়ত কেবাদিনো হৰেকৃষ্ণ চৌধুৰীয়ে নকৰিব লগীয়া কিছুমান কামৰ ক্ষেত্ৰত অভিজিতে সক সক ল'ৰাবোৰক উচটোৱা কাৰণে তাক তিৰস্কাৰো কৰিছে। গতিকে খুবেই স্বাভাৱিক, অভিজিতে হৰেকৃষ্ণ চৌধুৰীক পেটে পেটে খুব ভাল নাপায়। মুখ খুলি অৱশ্যে একো নকয়ো।

সেই অভিজিৎ এদিন চৌধুৰীৰ ঘৰলৈ তেওঁ নথকা অৱস্থাত আহিল। কমাই অভিজিতক চিনি পায় যদিও প্ৰত্যক্ষভাৱে কোনোদিনে তাৰ সৈতে কথা-বতৰা পাতি পোৱা নাই। তদুপৰি অভিজিৎ আগতে কেতিয়াও চৌধুৰীৰ ঘৰলৈ অহা নাই। গতিকে কমাই ঠাৱৰ কৰি উলিয়াব নোৱাৰিলে অভিজিৎ অহাৰ উদ্দেশ্য কি।

অভিজিতে কমাক 'বাইদেউ' বুলি সম্বোধন কৰি তাইৰ সৈতে বেছ ভদ্ৰভাৱেই কথা-বতৰা পাতিলে। হৰেকৃষ্ণ চৌধুৰীৰ বাবে আধা ঘণ্টামান বৈ থাকৰ পৰত কমাক অভিজিতে আচল কথাটো ক'লে।

আচল কথা মানে সেই একেখিনি কথা। সিদিনা ঘৰলৈ মাতি নি মণিকাই তাইক যিখিনি কথা শুনাইছিল সেইখিনি। হৰেকৃষ্ণ চৌধুৰীয়ে তলে তলে আন্দোলনৰ বিৰোধিতা কৰি ফুৰিছে। চি পি এমৰ ল'ৰাকেইটামানক আন্দোলনৰ বিৰুদ্ধে উচটাইছে। তেওঁলোকৰ ঘৰলৈ বিবেক হাজৰিকা নামৰ যিটো ল'ৰা সঘনে আহে, তাক আন্দোলনকাৰীসকলে ইতিমধ্যে বদন আখ্যা দিছে। কাৰণ বিবেক হাজৰিকাই আন্দোলনবিৰোধীসকলৰ সৈতে মিলি ষড়যন্ত্ৰত লিপ্ত হৈছে। আনহাতে, এই বিবেক হাজৰিকা হ'ল হৰেকৃষ্ণ চৌধুৰীৰ প্ৰিয় শিষ্য। গতিকে হৰেকৃষ্ণ চৌধুৰীৰ স্থিতি সম্পৰ্কে কাৰো এতিয়া বুজিবলৈ বাকী নাই।

এই কথাখিনিকে কৈ অভিজিৎ গ'লগৈ। অভিজিৎ যোৱাৰ পিছত কমাই গোটেই বিষয়টো এবাৰ বিশ্লেষণ কৰি চোৱাৰ চেষ্টা কৰিলে। লগে লগে আকৌ এক নতুন ভয়ে তাইক কুঞ্চিত কৰিলে। হয়, বিবেক হাজৰিকা নামৰ সেই মৰম লগা ল'ৰাজন সিহঁতৰ ঘৰলৈ সঘনে অহাটো সঁচা। ল'ৰাজন বৰ ভদ্ৰ, অমায়িক আৰু অধ্যয়নপ্ৰিয়। উজনিৰ কোনোবা এখন গাঁৱৰ ল'ৰা। ঘৰৰ অৱস্থা ভাল নহয়। ইয়াত টিউচন কৰি পঢ়া-খৰচ উলিয়ায়। তাৰে মাজতে সি বাহিৰা কিতাপ প্ৰচুৰ অধ্যয়ন কৰে। হৰেকৃষ্ণ চৌধুৰীয়ে ল'ৰাজনক খুব ভাল পায়। কিতাপ পত্ৰ অনা নিয়া কৰিবলৈ সি প্ৰায়ে হৰেকৃষ্ণ চৌধুৰীৰ ওচৰলৈ আহে। কমায়ো খুব মৰম কৰে ল'ৰাজনক। দুই-এসাজ ভাতো খুৱায় মাজে সময়ে।

অভিজিৎহঁতে বিবেকক যে ভাল নাপায় সেই কথা কমাই আগতেই জানে। বিবেকৰ স্পষ্টবাদিতা আৰু কোনো ধৰণৰ অন্যায় নসহা অনমনীয় চাৰিত্ৰিক বৈশিষ্ট্যৰ কথাও কমাই জানে বাবে এদিন বিবেকক সুধিছিল — অভিজিৎহঁতৰ সৈতে তাৰ শত্ৰুতাৰ মূল কাৰণটো কি ?

বিবেকে হাঁহি এটা মাৰি ক'লে ঃ অতি সাধাৰণ কথা, বাইদেউ। কি কথাৰপৰা সিহঁতে মোক বেয়া পাবলৈ আৰম্ভ কৰিলে কওঁ শুনক।

বজাৰৰ এচুকত এখন সৰু গুমটি আছে। অলপ আঁতৰত মাছৰ বজাৰ। ঠাইখিনি সাধাৰণতে যেনেকুৱা হয় তেনেকুৱা। অপৰিষ্কাৰ, হুলস্থুলীয়া। কিন্তু সেই ঠাইখিনিতে এজন ক্ষীণ-মীন ডেকা ল'ৰাই সৰু গুমটিটোত এখন কিতাপৰ দোকান দি আছে। দোকানখন দিয়া বহু বছৰ হ'ল। বিদেশী কিতাপ, বিশেষকৈ ৰুছ সাহিত্যৰ কিতাপ তাত পোৱা যায়। কিতাপবোৰৰ দাম সস্তা। তদুপৰি দামটো কিস্তি হিচাপেও পৰিশোধ কৰিব পাৰি। দোকানখনৰপৰা যে ল'ৰাজনৰ খুব লাভ হয়, সেইটো নহয়। ল'ৰাজনৰ কিতাপ পঢ়াটো চখ। নিজৰ চখ পূৰোৱা আৰু লগতে ভাতকেইটা মোকলোৱা এটা সৰু জীৱিকা হিচাপে লৈ ডেকাজন চলি আছে আজি বহু বছৰৰপৰা। বিবেকো সেই দোকানখনলৈ যায়। কিস্তিত পৰিশোধ কৰা হিচাপত কেতিয়াবা এখন-দুখন কিতাপ

কিনে। বেছিভাগ কিতাপ সি এনেয়ে পঢ়িবলৈ আনে। পঢ়ি উঠি ঘূৰাই দিয়ে। বিবেকৰ সৈতে সেই ক্ষীণ ল'ৰাজনৰ এনেকৈয়ে অন্তৰঙ্গতা গঢ়ি উঠে।

এদিন সেই ল'ৰাজনে কথাটো বিবেকক ক'লে। কেইজনমান ল'ৰাই হেনো তাক ধমকি দি গৈছে। দুদিনৰ ভিতৰত দোকান বন্ধ কৰিব লাগে। নহ'লে সিহঁতে হেনো দোকান ভাঙি পেলাব। ধমকি দিয়াৰ কাৰণটো কি ? কাৰণ হ'ল সি হেনো 'কমিউনিষ্টৰ' কিতাপ বিক্ৰী কৰে আৰু তাৰ দোকানখন হ'ল 'কমিউনিষ্ট'ৰ আড্ডা। কথাটো শুনি বিবেকে ল'ৰাজনক অভয় দিবলৈ চেষ্টা কৰিলে আৰু সি সেই দিনাই আন্দোলনৰ আঞ্চলিক নেতা অভিজিতক লগ ধৰি ল'ৰাজনৰ কথাখিনি ক'লে। সি বেচেৰাই কিতাপ বেচি পোৱা কমিচনেৰে কোনোমতে পেট প্ৰৱৰ্তাই আছে। সি কছু সাহিত্যৰ কিতাপ বিক্ৰী কৰে, সেইবোৰ কোনো 'কমিউনিষ্ট'ৰ কিতাপ নহয়। তদুপৰি কিতাপ বিক্ৰী কৰাটো কি অপৰাধ ?

বিবেকৰ কথা শুনি অভিজিৎ জাঙুৰ খাই উঠিল। সি গৰ্জি উঠিল : চোৱা, তুমি সেই চি পি এমটোৰ হৈ ওকালতি কৰিবলৈ নাহিবা। তোমাকো আমি চিনি পাইছোঁ। সময়ত তোমাৰো ব্যৱস্থা কৰা হ'ব। তোমালোক অসমৰ শত্ৰু। বদনৰ দল ! আচলতে তোমালোকক খতম কৰি দিব লাগে। তেতিয়াহে অসমৰ উন্নতি হ'ব। তোমালোকৰ গুৰু সেই প্ৰফেচাৰ চৌধুৰী, তেওঁকো কৈ দিবা, তেওঁৰো কথা-কাণ্ড ভাল দেখা নাই। তেওঁকো আমি চাই আছোঁ।

অভিজিতৰ সৈতে তৰ্ক কৰি একো লাভ নাই। গতিকে তৰ্ক নকৰি বিবেকেও খঙেৰেই উত্তৰ দিলে : তোমালোকে সকলোকে দেশৰ শত্ৰু আখ্যা দিয়া। যেন দেশ-প্ৰেমৰ ঠিকাটো অকল তোমালোকৰ হাতত্হে কোনোবাই তুলি দিছে। তোমালোকৰ দৰে নপতা ফুকনবোৰৰো এদিন বাইজে প্ৰকৃত পৰিচয় পাব। তোমালোকো সাৰি নাযাবা।

অভিজিতৰ ওচৰৰপৰা বিবেক আঁতৰি আহিল।

ইয়াৰ কেইদিনমান পিছতে এজাক ল'ৰাই গৈ সেই ক্ষীণ ল'ৰাজনৰ কিতাপৰ দোকানখন ভাঙি ছিঙি লণ্ড ভণ্ড কৰিলে আৰু কিতাপবোৰ জলাই দিলে। তাকো বৰ বেয়াকৈ মাৰপিট কৰিলে। বিবেকে খবৰ পাই দৌৰি গৈছিল, কিন্তু ইতিমধ্যে জংগী বাহিনীয়ে সকলো কাম সুকলমে সম্পন্ন কৰি তাৰপৰা আঁতৰি গ'ল। ৰক্তাক্ত দেহেৰে অচেতন হৈ পৰি থকা সেই ক্ষীণ ডেকাজনক বিবেকে ওচৰৰ দোকানী কেইজনমানৰ সহযোগত হস্পিটেললৈ লৈ গ'ল। পিছত গম পোৱা গ'ল সেই ল'ৰাজনৰ এটা কিডনি সম্পূৰ্ণ নষ্ট হৈ গৈছে আৰু সি প্ৰায় পঙ্গু হৈ পৰিছে।

সিদিনা অসময়ত হৰেকৃষ্ণ চৌধুৰী কলেজৰপৰা উধাতু খাই আহি ঘৰ সোমাল। কমা ভীষণ আচৰিত হ'ল। সেইটো সময়ত তেওঁ তেনেকৈ ঘৰলৈ নাহে।

কমাই চৌধুৰীৰ মুখলৈ চালে। কিবা অসুখ-বিসুখ হৈছে নেকি ? মুখত উদ্বিগ্নতা আৰু বিষণ্ণতাৰ মিশ্রিত ছাপ। ৰহু দূৰ বাট খোজকাঢ়ি অহা বাটকৰাৰ দৰে শ্রান্ত আৰু ক্লান্ত হৰেকৃষ্ণ চৌধুৰী চকীখনত ধপ্‌কৈ বহি পৰিল আৰু অলসভাৱে নিজকে এৰি দি চকু-কেইটা মুদি পৰি ৰ'ল। উৎকণ্ঠা আৰু কৌতূহলেৰে কমাই চৌধুৰীলৈ চাই থাকিল। কিনো হৈছে বুলি সুধিবলৈ তাইৰ ভয় লাগিল। তাই একোকে নুসুধিলে।

চকীখনত অৱসভাৱে চকু মুদি বহি থকা হৰেকৃষ্ণ চৌধুৰী আৰু সন্মুখত থিয় হৈ থকা ভীতিবিহ্বলা কমাৰ মাজত কেইটামান নীৰৱ মুহূর্ত পাৰ হ'ল। নীৰৱতাৰ এই দুৰ্লঙ্ঘ্য ব্যৱধান কেনেকৈ অতিক্রম কৰা যায় চিন্তা কৰি থাকোঁতে কমাই এক আচৰিত দৃশ্য দেখিবলৈ পালে। চকু মুদি পৰি থকা হৰেকৃষ্ণ চৌধুৰীৰ দুচকুৰে দুধাৰ লোতক বৈ আহিছে।

কমা অভিভূত হ'ল, কমা বিহ্বল হৈ পৰিল। তাই হৰেকৃষ্ণ চৌধুৰীৰ মূৰটো বুকুৰ মাজত লৈ বিচলিত হৈ সুধিলে ঃ কি হৈছে তোমাৰ ? কি হৈছে মোক খুলি কোৱা !

আকৌ অসহনীয় নীৰৱতাৰ কেইটামান মুহূর্ত। তাৰ পিছত অতি ক্লান্ত কিন্তু শান্ত স্বৰত হৰেকৃষ্ণ চৌধুৰীয়ে কমাক খবৰ দুটা দিলে।

যোৱা নিশা নগৰৰ উপকণ্ঠত এজন যুৱকৰ ক্ষত-বিক্ষত মৃতদেহ এটা পুলিচে উদ্ধাৰ কৰিছে। মৃতদেহটো বিবেক হাজৰিকা নামৰ যুৱকজনৰ বুলি পিছত চিনাক্ত কৰা হৈছে।

দ্বিতীয় খবৰটো হ'ল ঃ পাৰ্থপ্রতিম বৰুৱা নামৰ স্থানীয় কলেজ এখনৰ অধ্যাপক এজনে নিজৰ ঘৰতে উন্মিত চিপ-জৰি লৈ আত্মহত্যা কৰিছে। এই পাৰ্থপ্রতিম বৰুৱাৰ সৈতে কমাহঁতৰ খুব ঘনিষ্ঠ সম্পর্ক নাছিল যদিও দুই এবাৰ তেওঁ সিহঁতৰ ঘৰলৈ আহিছে। ইজন-সিজনৰপৰা কমাই মানুহজনৰ সম্পৰ্কত কিছু কথা জানে। তীক্ষ্ণ অনুভূতিপ্রৱণ, অতীৱ স্পৰ্শকাতৰ, অমায়িক আৰু কবি মনৰ মানুহ এজন। তেওঁৰ আত্মহত্যাৰ কাৰণ হ'ল এক ধৰণৰ মানসিক যন্ত্রণা।

আন্দোলনটোৰ কথা-কাণ্ড কেতবোৰ পাৰ্থপ্রতিম বৰুৱাই সমৰ্থন কৰিব পৰা নাছিল। কিন্তু দুই এক উপলক্ষত ইয়াৰ বিৰুদ্ধে মৃদু প্রতিবাদ কৰাৰ বাহিৰে সেই সময়ত প্রবাহিত আন্দোলনৰ উত্তাল টৌৰ সন্মুখত থিয় হৈ তেওঁ সৰৱ প্রতিবাদ কৰাৰ সাহসো গোটাব পৰা নাছিল। ফলত তেওঁ এক প্রকাৰৰ পাৰ্চিকিউচন মেনিয়াত ভুগিছিল। এটা সময়ত ইয়াৰ প্রচণ্ড চাপ তেওঁ সহিব নোৱাৰিলে। তেওঁ আত্মহত্যা কৰিলে।

খবৰ দুটা শুনি নিৰ্বাক নিস্পন্দ হৈ কমা বৈ থাকিল। কিমান পৰ এইদৰে তাই থিয় হৈ আছিল ক'ব নোৱাৰে, কিন্তু এটা সময়ত তাই অনুভৱ কৰিলে যে তাইৰ দেহৰ সমস্ত শক্তি কিহবাই নিমিষতে যেন শুহি লৈ গ'ল। তাই থিৰেৰে থাকিব নোৱাৰিলে।

হৰেকৃষ্ণ চৌধুৰীৰ গাত থাপ মাৰি ধৰি তাই ঢলি পৰিল। কিংকৰ্তব্যবিমূঢ় চৌধুৰীয়ে সেতু সেতু হৈ পৰা কমাক কোলাত বহুৱাই জোৰেৰে সাবটি ধৰিলে।

********

হৰেকৃষ্ণ চৌধুৰীয়ে নিজে যিয়েই নাভাবক কমাৰ সংশয় অৱশেষত এদিন সঁচা হ'ল।

এদিন গধূলি ফাৰ্মাচিৰপৰা ল'ৰাটোৰ বাবে ঔষধ কিনি চাইকেলেৰে আহি থাকোঁতে বাটতে চাৰিজনমান যুৱকে হৰেকৃষ্ণ চৌধুৰীক আগচি ধৰি চাইকেলৰপৰা নমালে আৰু অতৰ্কিতে তেওঁক আক্ৰমণ কৰিলে। হাতৰ ঔষধৰ বটলটো উফৰি মাটিত পৰি ভাঙি গ'ল। কেউপিনৰপৰা অতৰ্কিতভাৱে বৰ্ষণ হোৱা চৰ ঘোচা আৰু গোৰৰ আঘাতত নিজকে চম্ভালিব নোৱাৰি তেওঁ মাটিত পৰি গ'ল। চকুৰপৰা চশমাযোৰ উফৰি গৈ কেনিবা পৰিল। তেওঁ গম পালে চশমাযোৰৰ আয়না ভাঙি চকুৰ ওচৰত নিশ্চয় ফাটিছে। তেওঁ চকুৰে একো নেদেখা হ'ল। তেজ বৈ আহি তেওঁৰ মুখত পৰিছে। তেওঁ অনুভৱ কৰিছে তেজৰ ঈষৎ লুণীয়া স্বাদ। চকুৰে একোকে দেখা নাই, চৰ-গোৰৰ মাজে মাজে মানুহবোৰৰ কথাবোৰ মাথোঁ তেওঁৰ কাণত পৰিছে।

.....তই বৰ লেক্‌চাৰ মাৰিবলৈ আহ! এনে দেশপ্ৰেমিকটো ওলাইছে! তই আচলতে কোন দলৰ মানুহ আমি নাজানো বুলি ভাবিছিলি? তহঁতক চিনি পাবৰ বাকী নাই। বিশ্বাসঘাতক, বদনৰ দল! মুঠতে চাবি এইবাৰ যদি চিধা নহৱ, তোৰ জান খতম কৰি দিম।

কাঠৰ দৰে টান বস্তু এটাৰ প্ৰচণ্ড আঘাত তেওঁৰ পিছ মূৰত অনুভৱ কৰিলে। এটি মাত্ৰ মুহূৰ্ত। তাৰ পিছত তেওঁ একো ক'ব নোৱাৰে। নিবন্ধ্ৰ অন্ধকাৰৰ এক বিশাল জলধিৰ অতল তলিত তেওঁ যেন নিশ্চিহ্ন হৈ গ'ল।

(আঠ)

পৰিস্থিতি ক্ৰমে ক্ৰমে বেয়াৰপৰা বেয়ালৈ ঢাল খালে। ৰাজকীয় দমন উৎপীড়ন আৰু কূট-কৌশলে সভ্য সমাজৰ সকলো মূল্যবোধ চাৰখাৰ কৰাৰ উপক্ৰম কৰিলে। গণতান্ত্ৰিক অধিকাৰ, সংবিধানপ্ৰদত্ত নাগৰিকৰ স্বাধীনতা, চিন্তাৰ স্বাধীনতা, মত প্ৰকাশৰ স্বাধীনতা এইবোৰ হৈ পৰিল একো একোটা কাগজী শব্দ মাথোন। আমাৰ তথাকথিত গণতন্ত্ৰই শাসকৰ স্বাৰ্থত কি বীভৎস ৰূপ ল'ব পাৰে তাক আকৌ এবাৰ প্ৰমাণ কৰি দেখুৱালে অসমৰ ক্ষেত্ৰত প্ৰয়োগ কৰা শাসকীয় নীতিয়ে। চলিল সন্ত্ৰাসৰ ৰাজত্ব। এপিনে আলোচনাৰ জৰিয়তে সমস্যা সমাধান কৰিব লাগে বুলি চৰকাৰী দীৰ্ঘসূত্ৰিতাৰ পন্থা অবলম্বন, আনপিনে দমন উৎপীড়ন।

ৰাজকীয় উৎপীড়নৰ তীব্ৰতা বাঢ়ি অহাৰ লগে লগে এটা কথা সকলোৰে যেন বুজি পালে যে নিজৰ ভিতৰত খোৰা-কামোৰা কৰি থকাৰ সময় এয়া নহয়।

ইতিমধ্যেই লেখক-বুদ্ধিজীৱী-চিন্তাবিদ বুলি নিজকে গণ্য কৰা লোকসকলৰ মাজত বিভাজন সম্পূৰ্ণ হৈ গৈছিল। কিছুমানে চৰকাৰী ৰক্ষণাবেক্ষণ লৈ চৰকাৰী নীতিৰ প্ৰত্যক্ষ কিম্বা পৰোক্ষ সমৰ্থন কৰিবলৈ লৈছিল আৰু কিছুমানে দুয়ো কূল ৰক্ষা কৰি চুপ হৈ ৰৈছিল।

প্ৰতিটো যুগৰে সমাজত এনে দুই এজন মানুহো থাকে যিয়ে বিবেকৰ তাড়নাক সদায়ে ওপৰত স্থান দিয়ে আৰু যিয়ে 'দেশ বুলিলে আদেশ নালাগে' কথাষাৰ হৃদয়ৰ গভীৰত উপলব্ধি কৰি সকলো ধৰণৰ বিপদ মূৰ পাতি ল'বলৈকো কুণ্ঠা বোধ নকৰে। হয়তো তেনে লোকৰ মাজৰেই হৰেকৃষ্ণ চৌধুৰীও এজন।

হৰেকৃষ্ণ চৌধুৰীৰ ওপৰত চলা অতৰ্কিত আক্ৰমণৰ সেই ঘটনাৰ পাছত কিছুদিনলৈ তেওঁ থমকি ৰৈছিল। কিন্তু জনসাধাৰণৰ ওপৰত মেলি দিয়া ৰাজকীয় অন্যায় অত্যাচাৰৰ বিৰুদ্ধে তেওঁ চুপ হৈ থাকিব নোৱাৰিলে। তেওঁ প্ৰকাশ্যে ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিলে।

চৰকাৰৰ ঘৰত তেওঁৰ বিৰুদ্ধে আন্দোলনৰ আৰম্ভণিৰেপৰা বহুতো অভিযোগ জমা হৈয়েই আছিল। এই ছেগতে কেইবাটাও সঁচা-মিছা গোচৰত অভিযুক্ত কৰি পুলিচে তেওঁক ধৰি লৈ গৈ দুদিনমান হাজোতত ৰাখিলে আৰু চৰকাৰৰ নিৰ্দেশত বিধি অনুযায়ী চাকৰিৰপৰা নিলম্বিত কৰিলে।

হৰেকৃষ্ণ চৌধুৰীৰ হৈ মাতোঁতা কোনো নোলাল। দেখা গ'ল সকলোৰেই যেন তেওঁৰ ওপৰত কষ্ট। আন্দোলনকাৰী, আন্দোলনবিৰোধী আৰু চৰকাৰ এই তিনি শক্তিৰ কাৰো সৈতেই যেন তেওঁৰ বুজা-পৰা নাই। তালৈ কিন্তু তেওঁৰ ভ্ৰূক্ষেপেই নাই।

এনে এক সময়তে ভূতৰ ওপৰত দানহ মেলা দি সমগ্ৰ অসমীয়া জাতিৰ ইতিমধ্যে আহত আত্মসন্মানবোধৰ ঘাত নিমখ চটিওৱাৰ দৰে জাপি দিলে নিৰ্বাচন। গুলীবিদ্ধ বাঘৰ দৰে গৰ্জি উঠিল অসমবাসী। আৰম্ভ হ'ল ৰক্তাক্ত অধ্যায়। মৃত্যুৰ বিভীষিকাই কেউপিনে কৰাল ৰূপ ধাৰণ কৰিলে। মানুহ যেন মানুহ হৈ নাথাকিল।

নিজৰ বিবেকৰ বন্দীৰূপে এক আচৰিত শক্তিৰে তেওঁ প্ৰতিবাদৰ কণ্ঠ জীয়াই ৰাখিব খুজিলেও ক্ৰমে ক্ৰমে হৰেকৃষ্ণ চৌধুৰীয়ে যেন নিঃসঙ্গতাৰ যন্ত্ৰণাত ভুগিবলৈ আৰম্ভ কৰিলে। তেওঁক কোনেও নিবিচাৰে, তেওঁৰ ওচৰলৈ তেনেকৈ কোনো নাহেও। কেৱল এজন পুৰণি ছাত্ৰ আৰু তেওঁৰ এজন পুৰণি বন্ধুৱে এই নিঃসঙ্গতাৰ মাজত তেওঁক সঙ্গ দিবলৈ চেষ্টা কৰে। চৌধুৰীয়ে এওঁলোকৰ সঙ্গৰপৰাও কিন্তু বিশেষ উদ্দীপনা নাপায়। তেওঁলোকে চৌধুৰীক বুজাবৰ চেষ্টা কৰে ঃ এয়া এক সুকঠিন সময়। প্ৰচণ্ড সোঁত অকলে ভেটা দিব নোৱাৰি। সোঁ শাম কাটিবলৈ দিয়ক, দেখিব পানী আপোনা-আপুনি আকৌ শান্ত গতিৰে ব'বলৈ আৰম্ভ কৰিব।

হৰেকৃষ্ণ চৌধুৰীৰ বাবে এই যুক্তি মনঃপূত নহয়, সেয়েহে ক্ৰমে ক্ৰমে তেওঁ নিঃসঙ্গতাৰপৰা নিঃসঙ্গতালৈ আঁতৰি যাবলৈ ধৰিলে। নিঃসঙ্গতাৰ মাজত চৌধুৰী হৈ পৰিল অস্থিৰ। অব্যক্ত এক যন্ত্ৰণাত তেওঁ যেন ছট-ফট কৰিবলৈ ধৰিলে।কি হ'ল এয়া ? শান্তিপ্ৰিয় মানুহে কিয় এনে আসুৰিক শক্তিৰ প্ৰৰোচনাৰ বলি হ'ল ? এটা জাতিৰ ইতিহাসত এয়া কেনে এক সুকঠিন সময় ? কেতিয়া পাৰ হ'ব সময়ৰ এই ৰক্তাক্ত, কদৰ্য স্ৰোত ?

মগজুৰ ভিতৰত দুৰ্বিষহ যন্ত্ৰণাৰ কীট কিছুমানে যেন অহৰহ কিলবিল কৰিবলৈ ধৰিলে। আনহাতে, চৌধুৰীৰ চাকৰি নাই, উপাৰ্জন নাই। জীৱিকাৰ কোনো অৱলম্বনেই নাই। সঞ্চয়ৰ সমস্ত ভঁড়াল ক্ৰমে ক্ৰমে নিঃশেষিত। সেইবোৰলৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। কমাৰ ওপৰত সংসাৰৰ দুৰ্বহ বোজা। আচৰিত সময়ৰ নিষ্ঠুৰ যাতনাৰ বলি এই এজন মানুহ, এই এটা পৰিয়াল !

*********

যি এক অন্তৰ্নিহিত শক্তিয়ে মানুহক অপৰিসীম দুঃখ-ক্লেশৰ মাজতো সাহস যোগায়, অতীব নিঃসঙ্গতাৰ মাজতো মানুহক প্ৰেৰণা দিয়ে, তাৰো বোধকৰোঁ এটা সীমা

থাকে। প্ৰায় এককভাৱে চলাই যোৱা এখন যুদ্ধত শাৰীৰিক-মানসিকভাৱে ক্ষত-বিক্ষত হৈও হৰেকৃষ্ণ চৌধুৰী নামৰ এই মানুহজনেও যি এক শক্তিৰে ইমানদিনে লৰ্‌বি আছিল, কিয় জানো সেই শক্তিৰ উৎস ক্ৰমে ক্ৰমে যেন টুটি আহিল।

সেইদিনা ৰাতি অনিৰুদ্ধ হাজৰিকাৰ ঘৰৰপৰা উভতি আহোঁতে চি আৰ পিৰ অত্যাচাৰত আঘাত পাই হৰেকৃষ্ণ চৌধুৰী অসুস্থ হৈ পৰিল। তীব্ৰ জ্বৰ আৰু অসহ্য বিষ। কমা অস্থিৰ হৈ পৰিল। তাই হস্পিটালৰপৰা কিবাকিবি ঔষধ আনিলে, কিন্তু ফল নিদিলে। আজি ভাল পাব, কালি ভাল পাব বুলি প্ৰায় কুৰি দিনমান বাট চালে।

ইয়াৰ ভিতৰতে বিশ্বৰ গণতন্ত্ৰৰ ইতিহাসত অভিলেখ স্থাপন কৰি ৰক্তাক্ত পৰিৱেশত জোৰ-জুলুমৰ মাজেৰে নিৰ্বাচন সংঘটিত হ'ল। এখন তথাকথিত চৰকাৰো গঠন হ'ল। আন্দোলনে এই চৰকাৰক অবৈধ ঘোষণা কৰিলে। কিন্তু যিসকল সুবিধাবাদী দালাল বিষয়া-ঠিকাদাৰ-ব্যৱসায়ীয়ে আন্দোলনৰ হৈ টেটু ফালি চিঞৰিছিল, সেইসকল দালালেই ৰাজকীয় সুবিধা আদায়ৰ বাবে ৰাজধানীত ভিৰ কৰিবলৈ লাগিল। ৰাজধানী হৈ পৰিল দুৰ্নীতিৰ পোহাৰ যেন। এহাতেৰে দিয়া আৰু আনহাতেৰে সুবিধা লোৱাৰ এখন মুকলি বজাৰ। দমন-উৎপীড়ন আৰু অবাধ দুৰ্নীতি — ইয়াৰদ্বাৰা এটা জাতিৰ মেৰুদণ্ড ভাঙি দিয়াৰ ৰাজকীয় পৰিকল্পনা। কিন্তু ইয়াৰ মাজতো উমি উমি জ্বলি থাকিল মূঢ় জন-সাধাৰণে হৃদয়ত ধাৰণ কৰা আন্দোলনৰ বহ্নিশিখা।

হৰেকৃষ্ণ চৌধুৰীৰ অসুস্থতা বাঢ়ি আহিল। প্ৰায় এমাহ হস্পিটালত পৰি থকাৰ পাছত ডাক্তৰে কৈ দিলে তেওঁৰ অসুখ জটিল হৈ আহিছে, স্থানীয়ভাৱে একো কৰিব পৰাৰ সুবিধা নাই। অসমৰ বাহিৰলৈ নি চাব পাৰে।

কমা হৈ পৰিল অস্থিৰ। কাৰোপৰা সহায় পোৱাৰ আশা নাই। কাৰ ওচৰলৈ সহায় বিচাৰি যাব ? তাইৰ মাকৰ ঘৰৰ অৱস্থাও অনুৰূপ। এনে কোনো আপোন মানুহ নাই, যাৰ ওচৰলৈ এই বিপদত আৰ্থিক সাহায্য বিচাৰি যাব পাৰে। তাই অধীৰ হ'ল। ঔষধ কিনোঁতে, ঘৰ চলাওঁতে তাইৰ হাতৰ কাণৰ এপদ এপদকৈ গহনাও শেষ হৈ আহিছে। কি কৰে তাই ? ডাঠ অন্ধকাৰ যেন নামি আহিছে।

চৌধুৰীয়ে কমাক সান্ত্বনা দিবলৈ চেষ্টা কৰে। তেওঁ বুজি উঠিছে এই সান্ত্বনাৰ কোনো মূল্য নাই। জীৱনটোত তেওঁ ভুল কৰিলে নেকি বাৰু ? ক'ত জানো কি ভুল হ'ল ? তেওঁতো বুজি নাপায়। তেওঁ তো কাৰো প্ৰতি কেতিয়াও একো অন্যায় কৰা নাই। নহয়, নহয়, তেওঁ অন্যায় কৰিছে। তেওঁ কমাৰ প্ৰতি অন্যায় কৰিছে, তেওঁ ল'ৰাটোৰ প্ৰতি অন্যায় কৰিছে।

বিছনাত পৰি থাকি তেওঁ কিছুদিন এইদৰে অস্থিৰতাত ভুগিছিল। কিন্তু লাহে লাহে তেওঁৰ এই অস্থিৰতা শাম কাটি আহিল। প্ৰবল ধুমুহাৰ সৈতে যুঁজি ধুমুহা শাম কটাৰ পাছত গছ-গছনিয়ে যি এক শান্ত-সমাহিত ৰূপ ধাৰণ কৰে, ঠিক তেনেদৰে হৰেকৃষ্ণ

চৌধুৰীও যেন আত্মস্থ হৈ পৰিল। বহির্জগতৰপৰা তেওঁ প্ৰায় বিচ্ছিন্ন হৈ আছিল। তেওঁক যেন এতিয়া একোৱে আলোড়িত কৰিব নোৱাৰে।

বিছনাত পৰি পৰি তেওঁৰ দুকুৰি বছৰীয়া জীৱনটোৰ এৰি অহা অতীতৰ স্মৃতিৰ অলিয়ে-গলিয়ে তেওঁ এতিয়া বিচাৰি ফুৰে কিবা যেন অনন্য সম্পদ। হয়, তেনেকুৱাই হয়। যাৰ বৰ্তমান নাই, যাৰ ভৱিষ্যত নাই তাৰ বাবে অতীতৰ বাহিৰে কিয়েহবা থাকিব পাৰে ? চৌধুৰীৰো তেনেকুৱাই হ'ল। তেওঁ হৈ পৰিল সম্পূৰ্ণভাৱে অন্তৰ্মুখী আৰু তেওঁৰ মন যেন হেৰাই গ'ল অতীতৰ স্মৃতিৰ মকৰাজালৰ দৰে সিঁচৰতি হৈ থকা অসংখ্য সৰু-বৰ অলি-গলিৰ মাজত। তেওঁ উৎফুল্ল হ'ল, তেওঁ বিষণ্ণ হ'ল, তেওঁ শিহৰিত হ'ল।

চকুৰ আগত তেওঁ দেখা পায় সেই সৰু ল'ৰাজনক। জাৰকালি জুহালৰ গুৰিত বহি দেউতাকে কোৱা দেশৰ কাৰণে প্ৰাণ পৰ্যন্ত আহুতি দিয়া বীৰ-বীৰাঙ্গনাৰ কাহিনী তন্ময় হৈ শুনি থকা সেই ল'ৰাজন। সেই সৰু ল'ৰাজনৰ মনত তেতিয়াই দৃঢ় প্ৰতিজ্ঞা, ডাঙৰ হৈ সিও দেশৰ কাৰণে, মানুহৰ কাৰণে নিজৰ সমস্ত দিওঁ কাম কৰিব। সত্য প্ৰকাশ কৰিবলৈ পিছ নুহোঁহকিব।

সেই সৰু ল'ৰাজনে তাৰ কণমানি হৃদয়খনিত ধাৰণ কৰিছিল এক আচৰিত অনুভূতি। সি মাটিক ভাল পায়, সি মানুহক ভাল পায়, সি দেশক ভাল পায়। দুকুৰিটা বছৰে এই অনুভূতিৰ তাড়নাকে অস্থিৰভাৱে কঢ়িয়াই লৈ ফুৰা সেই সৰু ল'ৰাজনেই আজিৰ হৰেকৃষ্ণ চৌধুৰী। হৰেকৃষ্ণ চৌধুৰী বীৰ হ'ব নোৱাৰিলে, হৰেকৃষ্ণ চৌধুৰী মহাপুৰুষ হ'ব নোৱাৰিলে। তেওঁ বীৰ হ'ব খোজাও নাছিল, তেওঁ মহাপুৰুষ হ'ব খোজা নাছিল। তেওঁ মানুহ হ'বৰ চেষ্টা কৰিছিল। মানুহক ভালপোৱা, মানুহক শ্ৰদ্ধা কৰা এজন মানুহ। তেওঁ কি হ'ল, তেওঁ নিজেই নাজানে। কিন্তু তেওঁৰ আক্ষেপ নাই। জীৱনত তেওঁ যি বিচাৰিছিল তাক নাপালেও তেওঁ চেষ্টাৰ ত্ৰুটি তো কৰা নাছিল ! তেওঁৰ আক্ষেপ নাই। তেওঁ সুখী ! তেওঁ সুখী !

হৰেকৃষ্ণ চৌধুৰীৰ মৃত্যু হ'ল। দুমাহ বিছনাত পৰি থকাৰ পাছত প্ৰায় চিকিৎসাৰ অভাৱতে তেওঁৰ মৃত্যু হ'ল। দুজন পুৰণি ছাত্ৰ আৰু এজন বন্ধুৰ বাহিৰে হৰেকৃষ্ণ চৌধুৰীৰ মৃতদেহ শ্মশানলৈ নিওঁতা অইন কোনো মানুহ নোলাল।

তেওঁৰ মৃত্যুৰ সংবাদ কোনো কাকত-আলোচনীত প্ৰকাশ নাপালে। তেওঁ শ্বহীদ নহ'ল, কাৰণ তেওঁ হেনো আন্দোলনৰ বিৰোধিতা কৰিছিল। প্ৰগতিবাদীসকলে তেওঁৰ মৃত্যুত কোনো খেদ প্ৰকাশ নকৰিলে, কাৰণ তেওঁ হেনো প্ৰতিক্ৰিয়াশীল আছিল। নতুনকৈ গঠিত আন্দোলনকাৰীৰ চৰকাৰে তেওঁলোকৰ শিবিৰৰ বহুতো লেখক-বুদ্ধিজীৱীক বিভিন্ন ধৰণৰ সা-সুবিধা দিলে। হৰেকৃষ্ণ চৌধুৰীয়ে চাকৰিটোকেই ঘূৰাই নাপালে।

বিনা-চিকিৎসাত তেওঁৰ মৃত্যু হ'ল। চৰকাৰে তেওঁৰ হৈ কৰিব লগীয়া একো নাই, কাৰণ তেওঁ হেনো চৰকাৰবিৰোধী। তেওঁ হেনো আন্দোলনবিৰোধী আছিল।

তেওঁৰ কথা কোনেও মনত নাৰাখিলে। গভীৰ নিঃসঙ্গতাৰ মাজত দুৰ্বহ বেদনাৰ বোজা বৈ জীৱনৰ কঠিন সংগ্ৰাম চলাই যোৱা কমাৰ কাণত কেৱল অহৰহ প্ৰতিধ্বনিত হয় হৰেকৃষ্ণ চৌধুৰীৰ শেষ কথাকেইষাৰ ঃ তুমি দুখ নকৰিবা, কমা। সাহসী হোৱা। মই অকলশৰীয়া নহওঁ। মোৰ নিচিনা মানুহ বহুতো আছে। তুমিয়ে কৈছিলা মই হেনো ত্ৰিশঙ্কু। কিন্তু মনত ৰাখিবা ত্ৰিশঙ্কুৰ তো মৃত্যু হোৱা নাই।

শিলৰ দৰে কঠিন কৰিব খোজা হৃদয় নিগৰিও যেতিয়া অপ্ৰতিৰোধ্য দুখৰ নিজৰা বাগৰি আহে, কমাই তেতিয়া ল'ৰাটোক বুকুত সাবটি নীৰৱে চকুপানী মচে। দহবছৰীয়া ল'ৰাটোৱে তাইক সান্ত্বনা দিয়ে ঃ মা, তুমি চিন্তা নকৰিবা, মই দেউতাৰ নিচিনা হ'ম।

ল'ৰাটোৰ কথাত কমা শিয়ৰি উঠে।

## (এক)

শাওণ মাহৰ ৰ'দ। প্ৰচণ্ড গৰম। নিজান দুপৰীয়া। একেবাৰে আজি বোধকৰোঁ দহ-পোন্ধৰ দিনমান ধৰি এই একে ৰতৰ চলিছে। পথাৰ শুকাই ফাট মেলিছে। ৰোৱা এতিয়াও শেষ হোৱা নাই। পানীৰ অভাৱত এতিয়াও কব পৰা নাই। ইতিমধ্যে ৰোৱা কঠিয়াবোৰ শুকাই আহিছে। আনবাৰ এনেকুৱা নহয়। এইটো সময়ত আনবাৰ ধাৰাষাৰ বৰষুণৰ ফলত সোণাজুৰি নৈ ওফন্দি পৰে। অকল ওফন্দি পৰাই নহয়, ফেনে-ফোটোকাৰে ওফন্দি আহি এটা সময়ত পাৰ বাগৰি পথাৰ বুৰাই পেলায়। সোণাজুৰিয়ে অঞ্চলটোত এবাৰ বানপানী কৰিবই। এবাৰ ৰোৱা খাবই। পিছে এইবাৰহে ব্যতিক্ৰম। এইবাৰ বৰষুণেই নাই। ফলত সোণাজুৰিৰ অৱস্থা দুখ লগা। অপৰিপুষ্ট,দুৰ্বল দেহৰ গাভৰুৰ দৰে শীৰ্ণ বিবৰ্ণ ৰূপ। দেখিলে পুতৌহে হয়।

দুপৰৰ প্ৰখৰ ৰ'দে সকলোবোৰ দহি আনিছে। ওপৰৰপৰা সূৰ্যটোৱে জুইহে সিঁচি দিছে যেন। দূৰলৈ একো চাবকে নোৱাৰি। জিল-মিল দেখায়। তলৰ উত্তপ্ত বায়ু প্ৰতিমুহূৰ্তে ওপৰলৈ উঠি গৈছে। দ্ৰৱীভূত বায়ুৰ মাজেৰে প্ৰতিসৰিত ৰশ্মিয়ে আপাতদৃষ্টিত সকলো বস্তুকে কৰি তুলিছে কম্পমান। মাজে মাজে নৈখনৰ সিপাৰৰপৰা বতাহ একোছাটি বৈ আহিছে। শুকান, তপত বতাহ। গালে-মুখে সানি দিছে উষ্ণ এক প্ৰলেপ।

ক'তো চলমান কোনো প্ৰাণী দৃষ্টিগোচৰ হোৱা নাই। নিদাঘ দুপৰৰ প্ৰখৰ ৰ'দত নিঃসংগভাৱে পৰি আছে নৈৰ পাৰৰ এঁকা-বেঁকা পথটো। দূৰলৈ একো দেখা নাযায়।

কেউপিনে এবাৰ চকু ফুৰাই চাই তাই খোজ খৰকৈ পেলাবলৈ চেষ্টা কৰিলে। ঘামত সমগ্ৰ শৰীৰ তিতি গৈছে। চকুৰে ধোঁৱা ধোঁৱা দেখিছে। ছাতিটোও আজিহে হেৰাবলৈ পালে। সোনকালে ঘৰ পোৱাৰ চিন্তাত ছাতিটো বাছতে এৰি থৈ আহিল। ছাতি এটা নহ'লেও তো নচলিব। নতুনকৈ এটা কিনেনো কেনেকৈ এতিয়া ? ফটাই-ছিটাই চলি আছিল এইটোৰেই অতদিনে। ছাতি এটা কিনিবলৈ ষাঠি-সত্তৰ টকা নহ'লে তো নহ'ব। কি যে দুৰ্দিন পৰিছে তাইৰ !

ছাতিটোৰ কথা চিন্তা কৰি কমা আহি আঁহতজোপাৰ তল পালেহি। শীতল বতাহে তাইৰ দেহ জুৰ কৰিলে। শীতল ছাঁ আৰু হোঁ-হোঁৱাই বৈ থকা বতাহত ৰ'দত জ্বলি থকা দেহটো শাঁত পৰি গ'ল। আঁহতজোপাৰ তলত তাই বৈ গ'ল। বৰ আৰামেৰে

ছাগলী এজনী পোৱালি দুটাৰে সৈতে গছৰ ছাঁত শুই আছিল। তাই গৈ ওচৰ পোৱাত ভয় খাই আঁতৰি গ'ল।

তাই ইফালে-সিফালে চালে। ক'তো জনপ্ৰাণী এটা নাই। এই বাটটোৰে গাড়ী-মটৰ নাহেই। দুটা ডাঙৰ পথক সংযোগ কৰা এইটো এটা চমু বাট। মূলতে আছিল গাঁৱৰ ৰাইজে সাজি উলিওৱা মথাউৰি। পিছত যেনিবা আলিবাটৰূপে ব্যৱহৃত হ'ল। চহৰৰপৰা অহা ডাঙৰ পথটো আৰু আনপিনে ৰাষ্ট্ৰীয় ঘাই পথটোক সংযোগ কৰা এই সৰু বাটটোৱে ছখনমান গাঁৱৰ মানুহৰ যাতায়াত সুচল কৰিছে।

ৰ'দত ইমানখিনি বাট খোজকাঢ়ি আহি বৈ দিলত তাই অনুভৱ কৰিলে তাইৰ যথেষ্ট ভাগৰ লাগিছে। হাতত অনা কাগজখন পাৰি গছজোপাৰ ওখ শিপা এডালত তাই বহি পৰিল। মুখৰ-কপালৰ ঘামবোৰ সৰু ৰুমালখনেৰে মচি ল'লে। শীতল বতাহে তাইক যেন স্বৰ্গীয় তৃপ্তিহে প্ৰদান কৰিলে। অৱসাদ আৰু ক্লান্তিত তাইৰ চকু মুদ খাই আহিবলৈ ধৰিলে। তন্দ্ৰালসভাৱে তাই বহি ৰ'ল। ছাগলীজনী তাইৰপৰা অলপ আঁতৰত শুই আছে। পোৱালি এটাই মাকৰ গাত গা লগাই পৰম নিৰ্ভয়ে শুই আছে। আনটো পোৱালিয়ে আহি কৌতূহলবশতঃ নিশ্চলভাৱে বহি থকা তাইৰ ভৰিখন শুঙিবলৈ লৈছে। এটা সময়ত ছাগলী পোৱালিটোৱে তাইৰ ভৰিখন চেলেকি দিয়াত তাই উচপ খাই ভৰিখন আঁতৰাই নিলে। পোৱালিটোৱে ভয় খাই দৌৰি গৈ মাকৰ ওচৰ পালে।

ছাগলী পোৱালিটোলৈ চাই হঠাতে তাইৰ মনত পৰিল ৰাতুললৈ। লগে লগে তাই হাতৰ ঘড়ীটোলৈ চালে। ডেৰ বাজি গৈছে। ৰাতুল নিশ্চয় স্কুলৰপৰা আহি পাইছে।

তাই বহাৰপৰা উঠিল। আৰু এক কিলোমিটাৰ বাট আছেই। ৰিক্সা এখন আতেই ল'ব লাগিছিল। এতিয়া তো এইপিনে ৰিক্সাও নাহে ? টকা চাৰিটা বচাবলৈ গৈ তাই ইমান কষ্ট কৰিব লগীয়া হৈছে। ৰাতুলে শুনিলে তাইক খঙেই কৰিব। তাক ক'ব নোৱাৰি। সিনো টকাৰ কথা কি বুজি পায, তাইৰ কষ্টটোহে বুজে। হওক, কষ্টই হওক, টকা চাৰিটা তো বাচিল ! ক'ৰপৰানো আহে টকা চাৰিটা ? এপোৱা চেনিৰ দাম। অ', সঁচাকৈয়ে ঘৰত চেনি নাই। ভাল মনত পৰিল। চেনি আধাকিলো কিনি নিব লাগিব। দুপৰীয়া আকৌ তালুকদাৰৰ দোকান খোলা থাকেনে নাই ?

দূৰত সৌটো কোন আহিছে বাৰু ? চিনাকি চিনাকি যেন লাগিছে দেখোন। মদন দত্ত নেকি ?

তাই বহাৰপৰা উঠি থিয় হ'ল। গছজোপাৰ তলত শীতল বতাহজাকে তাইক এনেদৰে টানি ৰাখিলে যে খোজ লওঁ বুলিও ল'ব নোৱাৰিলে। অৱসাদ আৰু ক্লান্তিত তাইৰ দেহ যেন অচল হৈ ৰ'ল। ৰঙিয়াল ছাগলী পোৱালিটো পুনৰ তাইৰ ওচৰলৈ

আহিছে। মনে মনে পিছফালে তাইৰ শাৰীখন আকৌ কামুৰি ধৰিছে। তাই উভতি চাওঁতে সি পাক এটা মাৰি জঁপিয়াই আঁতৰি গৈছে। ছাগলী পোৱালিবোৰ সাধাৰণতে বৰ স্ফূৰ্তিবাজ আৰু ৰঙিয়াল হয়।

মদন দত্তই হয়। এই দুপৰীয়াখন ক'ৰপৰা আহিছে জানো ?/ মানুহটোক্ তাই দুচকু পাৰি দেখিব নোৱাৰে। অথচ আচৰিত, মানুহটোক বেয়া পাব লগীয়াও দেখাত একো নাই। দেখাত শান্ত, নিৰীহ যেন লগা মানুহটোৱে তাইক কিবা সহায় কৰিবলৈ পালে খুবেই তৃপ্ত হয়। সকবেপৰা তাই মদন দত্তক দেখি আহিছে। সিহঁতৰ ঘৰৰপৰা অলপহে আঁতৰত দত্তৰ ঘৰ। সিহঁতৰ ঘৰৰ সৈতে ঘনিষ্ঠ আহ-যাহ। কলেজত চৌধুৰীৰ সৈতে একেলগে পঢ়িছিল। সেই সূত্ৰে বিয়াৰ পিছতো তাইৰ ঘৰলৈ মাজে-সময়ে দত্ত যায়।

দত্ত আহি গছৰ তল পালেহি। তাই দত্ত আহি পোৱাৰ আগতে যাম বুলি ভাবিও নগ'ল। অতপৰে চাই থাকি তেনেকৈ হঠাতে আঁতৰি গ'লে তাই ধৰা পৰি যাব।

ঃ অ', কমা দেখোন, এই থিয় দুপৰখনত তুমি ক'ৰপৰা আহিছা ? বিটোহে ৰ'দ, খাওঁ খাওঁ মূৰ্তি ধৰিছে।

মদন দত্তই তাইৰ কাষতে থিয় হৈ পেন্টৰ জেপৰপৰা কমাল উলিয়াই মুখৰ-কপালৰ ঘাম মচি মচি তাইক সুধিলে। অনিচ্ছা সত্ত্বেও তাই দত্তৰ সৈতে কথা পাতিব লগীয়া হ'ল। তাতোকৈ আৰু কুৰি-পঁচিশ মিনিটৰ বাট যে তাই দত্তৰ সৈতে একেলগে খোজকাঢ়ি যাব লাগিব ! কত যে অদৰকাৰী কথাৰ উত্তৰ দিব লাগিব তাই ! এৰাই যোৱা বিধৰ উত্তৰ দিও তো সাৰিবৰ উপায় নাই। পেঘেনিয়াই পেঘেনিয়াই সুধি থাকিব। আচলতে দত্ত মানুহটোক ভাল নলগাৰ এইবোৰো একোটাহঁত কাৰণ। সি যি কি নহওক, য'তে বাঘৰ ভয় ত'তেনো ৰাতি হ'ব লাগেনে ?

ঃ টাউনলৈ গৈছিলো। কাম অলপ আছিল। এৰা, ৰ'দটো বৰ চোকা। আপুনি ক'ৰপৰা আহিল ?

ঃ ময়ো টাউনলৈকে গৈছিলো। মোৰ ছুটীও শেষ হৈ আহিছে। তোমালোকৰ তালৈ যাম বুলিও সময়কে উলিয়াব পৰা নাই। ঘৰটোৰ কামত বেয়াকৈ ব্যস্ত হৈ আছোঁ। তোমাৰ কিবা এটা হৈছেগৈনে ? তুমি তো জানাই মোৰ মহন্তৰ সৈতে ভাল। মই তেওঁক কৈছিলো কথাটো। তেওঁ তোমাৰ কথা জানেই। পিছে বৰ্তমানে গোলমাল কৰিছে চৌধুৰীৰ একালৰ ছাত্ৰ নিৰঞ্জন কলিতাইহে। সিহে হেনো লগাইছে চৌধুৰী হেনো কমিউনিষ্ট আছিল। তোমাক চাকৰি দিলে পাৰ্টিৰ হেনো ক্ষতি হ'ব। মহন্তই তথাপি গোস্বামীকো এবাৰ কৈ চাবলৈ দিছিল। তোমাক সেইবোৰ কথা আগতে কৈছোঁ। তুমি পিছে এটা কাম কৰিব পাৰা। সেই যে অনিল কাকতি নামৰ ল'ৰাজন, তাক এবাৰ লগ

ধৰি কথাটো ক'বাচোন। তাৰ আজিকালি ৰাজধানীৰ লগত যোগাযোগ ভাল। মন্ত্ৰীৰ সৈতেও হেনো তাৰ বৰ মিতিৰালি। এই এবছৰতে টকা-পইচা কৰি সি বেছ প্ৰতিপত্তিশালী হৈ পৰিছে।

মদন দত্তৰ কথাবোৰ শুনি থাকি তাই ইতিমধ্যে যথেষ্ট বিৰক্ত হৈ পৰিছিল। উপযাচি উপদেশ দি ফুৰা মানুহক তাই মুঠেও সহ্য কৰিব নোৱাৰে। ইমানপৰে তাই দত্তৰ কথা শুনাতকৈও মনে মনে চিন্তা কৰি আছিল কেনেকৈ তেওঁক এৰাই তাই যাব পাৰে।

ঃ চাওঁচোন কি কৰিব পাৰি। বাৰু আপুনি আহি থাকক, মই আগবাঢ়ো।

দত্তৰ কথাৰ মাজতে ঘপকৈ কথাকেইটা কৈ দত্তৰ ফালে নোচোৱাকৈয়ে তাই কোঁ-কোঁৱাই বেগ দিলে। মদন দত্তই কথাটো কিবা বুজিলে হ'বলা। তেওঁ গছজোপাৰ তলতে ৰৈ প্ৰখৰ ৰ'দজাক মূৰত লৈ বেগাই গৈ থকা কমালৈ একেথৰে চাই থাকি ভাবিলে, এই মানুহজনীয়ে জীৱনত একো শিক্ষা নল'লে। হৰেকৃষ্ণ চৌধুৰী মানুহটোও মৰিল এনেকৈ ওভোত-গোৰে নাচি। তুমি তো এজনী মাইকী মানুহ, ল'ৰাটোকতো মানুহ কৰিব লাগিব। জীৱনত বহু কথা মানি ল'ব লাগিব। জীৱনত সন্ধি কৰিবলৈ শিকিব লাগিব। কম্প্ৰমাইজ কৰিব লাগিব। এনেকৈ ভেমত ওফন্দি থাকিলেনো কেনেকৈ চলিব ?

কমা ইতিমধ্যে বহু দূৰ পালেগৈ। প্ৰখৰ ৰ'দৰ জিলমিলনিৰ মাজত তাই নেদেখা হৈ গ'ল। মদন দত্ত ৰৈ থাকিল।

(দুই)

ৰাতুল আগতে ঘৰ পাইছে। পাবৰে কথা। আজি শনিবাৰ। স্কুল ডেৰ বজাতে ছুটী হৈছে। এতিয়া আঠটা বাজিছে। তাৰ চাগে বৰ ভোক লাগিছে। ইমান পলম হ'ব বুলি তাই ভবাই নাছিল। ৰাতুল বাৰাণ্ডাতে বৈ আছে।

ঃ তোমাৰ চাগে বৰ ভোক লাগিছে নহয়। ৰ'বা, দহ মিনিটৰ ভিতৰতে হ'ব ভাতকেইটা। মোৰ ইমান পলম হ'ব বুলি ভবাই নাছিলো। তুমি আহি পোৱাৰ আগতে পাই যাম বুলি ভাবিছিলো।

কথাখিনি কৈ কৈ কমা ভিতৰলৈ সোমাই গ'ল। গোটেই গা ঘামি জোল বৈছে। চকুৰে একো নেদেখাৰ দৰে হৈছে। ভাগৰত তাইৰ অৱশ অৱশ লাগিছে। লৰালৰিকৈ কাপোৰ সলাই তাই ল'ৰাটোক ভাতকেইটামান সিজাই দিম বুলি ভাবিছিল যদিও ভাগৰত নিজে ক'ব নোৱাৰাকৈয়ে থপ্‌কৈ চকীখনত তাই বহি দিলে। ৰ'দে ৰ'দে বাহিৰৰপৰা অহা বাবে চকুৰে তাই তেতিয়াও অন্ধকাৰ দেখি আছে। হাত-ভৰিবোৰ শিলৰ দৰে গধুৰ। চকুকেইটা মুদি তাই নিথৰ নিস্পন্দ হৈ বহি থাকিল।

কিমান পৰ পাৰ হ'ল তাই ক'ব নোৱাৰে। চকু মেলি দেখে যে ৰাতুলে কাষত থিয় হৈ তাইক বিচনিৰে বিচি আছে। ইস্ বাম ইমান দেৰি হৈছে, মই আকৌ বহি আছোঁ! তাই জাঁপ মাৰি বহাৰপৰা উঠিল। ৰাতুলে তাইক কান্ধত হেঁচা দি আকৌ বহুৱাই দিলে।

ঃ তোমাৰ ইমান ভাগৰ লাগিছে, অলপ জিৰাই লোৱা। মই ভাত বান্ধি থৈছোঁ। ভাত মানে খিচিৰিকৈ বান্ধিলো। ষ্টোভৰ ওপৰতে তুলি থৈছোঁ।

ৰাতুলৰ কথা শুনি কমাৰ মনত আবেগ উথলি উঠিল। মাকৰ কাৰণে কিমান যে চিন্তা ল'ৰাটোৰ! ভোকে-ভাগৰে স্কুলৰপৰা আহি মাকৰ কষ্ট হ'ব বুলিয়ে নিজেই বান্ধিছে আৰু নিজেও নোখোৱাকৈ বাট চাই বৈ আছে।

ঃ নহয়, মানে তুমিও তো বাহিৰত একো নোখোৱা। গতিকে তুমি এই আহিবা এই আহিবা বুলি বাট চাই থাকোঁতে বেলি বহুতো হ'ল। তোমাৰো তো ভোক লাগিছে।

বহাৰপৰা একেজাঁপে উঠি কমা বাথৰুমলৈ গ'ল। ঘামি ঘামি কিবা লেতেৰা-লেতেৰা লাগিছে। লবালৰিকৈ তাই গাটো ধুই ল'লে। খোৱাৰ মজিয়াত ৰাতুলে লুকাই লুকাই মাকৰ মুখখনলৈ চালে। ৰ'দে পুৰি নিছে মুখখন। ক'লা পৰি গৈছে। খীণাইছেও মাকজনী। উদ্বিগ্নতা, দুশ্চিন্তা আৰু উৎকণ্ঠাৰে ক্লিষ্ট মাকৰ মুখখনলৈ চাই তীক্ষ্ণ সংবেদী কিশোৰ হৃদয় মাকৰ প্ৰতি এক অবুজ মায়াৰে উপচি পৰিল। দেউতাক থাকোঁতে মাকে ইমান কষ্ট কৰিব লগীয়া হোৱা নাছিল। শাৰীৰিক কষ্টই তো কষ্ট নহয়। ঘৰ-সংসাৰ চলাবলৈ বাখিবলৈ দৈনন্দিন জীৱনৰ যাৱতীয় কাম-কাজৰ কষ্ট মাইকী মানুহে সহিব পাৰে। সেইবুলি সংসাৰৰ যতমানে দুৰ্ভাৱনা, জীৱিকাৰ তাড়নাত যতমানে দুশ্চিন্তা অকলশৰীয়া মাইকী মানুহ এগৰাকীয়ে মূৰৰ ভিতৰত কঢ়িয়াই লৈ ফুৰিব লগীয়া হোৱাটো কিমান যন্ত্ৰণাদায়ক হ'ব পাৰে সেই কথা তাৰ চৈধ্য বছৰীয়া মনটোৱেও উপলব্ধি কৰিব পাৰে। এই মুহূৰ্ততে যদি সি মাকৰ দুখ-যন্ত্ৰণা লাঘৱ কৰিব পাৰিলেহেঁতেন !

খাবলৈ এৰি মাকৰ মুখলৈ থৰ লাগি চাই থকা তালৈ কমাই মনেই কৰা নাছিল। খোৱাৰপৰা এবাৰ মূৰ তুলি চাওঁতে তাক দেখি তাই বৰ আচৰিত হ'ল। তাৰ চকুহাল চলচলীয়া। কমাৰ চকুৰে চকুৰে পৰাত সি মুহূৰ্ততে সচকিত হৈ তলমূৰ কৰিলে।

ঃ তোমাৰ কি হৈছে, সোণ ? ভাত খাবলৈ এৰি কি ভাবিছা ? স্কুলত কিবা হ'ল নেকি ?

মাকৰ ওপৰা-উপৰি প্ৰশ্নত সি যেন বিব্ৰত অনুভৱ কৰিলে। সি লাজ লাজকৈ ক'লে ঃ নাই, মোৰ একো হোৱা নাই। মই তোমাৰ কথাহে ভাবিছোঁ। তোমাৰ বৰ কষ্ট হৈছে। মইও তোমাক একো সহায় কৰিব নোৱাৰোঁ।

অ', সেইটো কথা। মোৰ কাৰণে ইমান চিন্তা কৰিব নালাগে। তোমাৰ এতিয়া পঢ়াৰ সময়। এইন চিন্তা মনলৈ আনিব নালাগে। ভালদৰে পঢ়ি-শুনি লোৱা, মোৰ বাবে পিছেপৰেও চিন্তা কৰিবা। পিছত মোৰ কাৰণে তুমি চিন্তা নকৰিলেনো কৰিব কোনে ?

হাঁহি হাঁহি কথাকেইটা কৈ কমাই বাচন-বৰ্তন সামৰাত লাগিল। খোৱা শেষ কৰি ৰাতুল পাকঘৰৰপৰা ওলাই আহিল। তেতিয়া চাৰি বাজি গৈছে। আবেলি হ'লেও ৰ'দৰ প্ৰখৰতা অকণো কমা নাই।

মাক-পুতেক আহি শোৱনী কোঠাত সোমাল। তিনিটা কোঠাৰ সৰু ঘৰটোৰ এটা শোৱনী কোঠা, এটা ৰাতুলৰ পঢ়া কোঠা আৰু আনটো বহা কোঠা। শোৱনী কোঠাত বিছনা দুখন। আগতে মাক-পুতেক একেখন বিছনাতে শুইছিল। যোৱা বছৰৰপৰা ৰাতুলে বেলেগে শোৱা কৰিছে। কোঠাটোত আন এখন খাট পাতি লৈছে। কমাৰ

এতিয়াও মন যায় বাতুলক লগতে শুৱাবলৈ। পিছে এবছৰমান আগতে সি বিভিন্ন ওজৰ কৰিবলৈ ল'লে। সি ৰাতি দেখিলেকে পঢ়ে আৰু দেখিকে শুবলৈ আহিলে মাকৰ টোপনি ভাগে ইত্যাদি ইত্যাদি। কমাই বুজি পালে ল'ৰা ডাঙৰ হৈ আহিছে। মাকৰ লৈকে একেখন বিছনাত শুবলৈ এতিয়া বেয়া পায়। গতিকে কোঠালিটোত শুচৰা-উৰাকৈ আন এখন বিছনা পাতি দিলে।

দুয়ো দুখন বিছনাত দীঘল দি পৰি ক্ষন্তেক নীৰৱে ৰ'ল। কমাৰ ভীষণ ভাগৰ লাগিছে। সেই পুৱা আঠ বজাৰপৰা এতিয়ালৈকে তাই জিৰণি লোৱা নাই। তলৌ তলৌকৈ ঘূৰি ফুৰোঁতেই গৈছে। কাম হ'লে একো এটা নহ'ল। সকলোৱে কেৱল আশাহে দিছে। এই আশাৰ কোনো মূল্য নাই। তাই জানে বেছিভাগ ক্ষেত্ৰতে এইবোৰ ভুৱা আশ্বাস। আজি দুবছৰ পাৰ হ'ল। চাকৰি এটাৰ বাবে তাই ঘূৰিছে। প্ৰয়োজনীয় অৰ্হতা তাইৰ আছে। কিন্তু অৰ্হতাৰ প্ৰয়োজন নাই। সকলোৱে মুখত একেখিনি কথা শুনি শুনি তাই ভাগৰি গৈছে। সোণৰ অসম গঢ়িবলৈ ওলাই অহা এই আন্দোলনকাৰী যুৱকসকলে পতা চৰকাৰখনৰ শাসনত সকলোৱে প্ৰত্যাশা আছিল অন্ততঃ ন্যূনতম ন্যায় সকলো ক্ষেত্ৰতে পোৱাৰপৰা কোনো লোক বঞ্চিত নহ'ব। কিন্তু শাসনভাৰ লোৱাৰ কেইটামান দিনৰ ভিতৰতে এইবোৰ কি ঘটিবলৈ আৰম্ভ কৰিলে ? সোণৰ অসম গঢ়াৰ সলনি ডেকা ল'ৰামখাই নানান ঠগ-প্ৰৱঞ্চনাত মত্ত হৈ কেৱল নিজে ধন-সোণ গোটোৱাত উঠি পৰি লাগি গ'ল। কি যে এক প্ৰহসন !

ভৰিৰ ফালৰ সৰু খিৰিকিখনেৰে দেখা পোৱা অকণমানি আকাশখনলৈ চাই থকা মাকক সুধিম বুলিও বাতুলে সুধিবলৈ সাহস নকৰিলে। সি জানিছে আজিও একো কাম হোৱা নাই। মানুহবোৰ ইমান বেয়া হয় কেনেকৈ ? মাকে তাক লগত নিনিয়ে। মাকৰ লগত গৈ সেই মানুহকেইটাক কথা শুনাই থৈ আহিবৰ মন গৈছে তাৰ। অকল কথা শুনোৱাই নহয়, পাৰিলে যেন ঘুচিয়াই নাক ভাঙি থৈ আহিব। ইমান মিছলীয়া কিয় তোমালোক ? এগৰাকী বিধৱাক এইদৰে হাৰাশাস্তি কৰিবলৈ তোমালোকৰ অকণো বেয়া নালাগেনে ? ইমান অন্যায় সকলোতে ! দেউতাকে দহৰ কথা চিন্তা কৰিয়ে জীৱন শেষ কৰিলে। অকল নিজৰ কাৰণে চিন্তা কৰা হ'লে হয়তো আজি এইদৰে মাকজনী ঘূৰি ফুৰিব লগীয়া নহ'লহেঁতেন। এজন মানুহে তো অকলে ন্যায় প্ৰতিষ্ঠা কৰিব নোৱাৰে ! দেউতাকৰো সেইখিনিতেই ভুল। সেইখিনিতেই দেউতাকে ভুল কৰিছিল।

আচৰিত, যিবোৰ মানুহে দেউতাকক দেশদ্ৰোহী বদন আখ্যা দি স্বদেশ-স্বজাতিৰ অস্তিত্ব ৰক্ষাৰ হুকে ৰণহুংকাৰ দিছিল সেইবোৰ মানুহেই দেখোন স্বদেশ-স্বজাতিক লুণ্ঠন আৰম্ভ কৰি দিছে। যিবোৰ কথা দেউতাক থাকোঁতে সি দেখা নাছিল সেইবোৰ কথা সি আজিকালি অকল দেখাই নহয় উপলব্ধিও কৰে। সি এতিয়া ডাঙৰ হৈছে।

দেউতাকলৈ কেতিয়াবা তাৰ খং উঠে। অকণো আপোচ নকৰাকৈ দেউতাকে সম্পূৰ্ণ অকলশৰে কিয় বাৰু যুঁজিছিল ? অশুভ শক্তিৰ বিৰুদ্ধে এইদৰে অকলশৰীয়া যুঁজত জয়ী হোৱাৰ জানো প্ৰশ্ন উঠে ? তেনেহ'লে কিয় বাৰু দেউতাকে বৃথা শক্তিৰ অপচয় কৰিলে ? কিয় বাৰু এই আত্মক্ষয়ী প্ৰয়াস ? এই যুঁজত লাভ হ'ল কাৰ, ক্ষতি হ'ল কাৰ ?

লাভ কাৰো নহ'ল, ক্ষতি কিন্তু হ'ল। অপূৰণীয় ক্ষতি হ'ল সিহঁতৰ। ক্ষতি হ'ল তাৰ, ক্ষতি হ'ল তাৰ মাকৰ। দেউতাকৰ অবিহনে জীৱন যুঁজত ক্ষত-বিক্ষত সিহঁত যেন দিশহাৰা।

দুৰ্বল মুহূৰ্তত কেতিয়াবা দেউতাকৰ বিৰুদ্ধে তাৰ মনত ধীৰে ধীৰে পুঞ্জীভূত ক্ষোভৰ এক পাতল আৱৰণে এইদৰে চামনি বান্ধিব খোজে, কিন্তু পিছ মুহূৰ্ততে সি নিজকে জোঁকাৰি দিয়ে আৰু নিমিষতে ছিন্ন-ভিন্ন হৈ নিশ্চিহ্ন হয় সেই ক্ষোভৰ আৱৰণ। নিমিষতে তাৰ চকুত উদ্ভাসিত হয় এজন নিঃসংগ, কিন্তু নিৰ্ভীক আৰু সাহসী লোকৰ এখন উজ্জ্বল মুখ, যিখন মুখ দেখি সি ৰোমাঞ্চিত হয়, শিহৰিত হয়। গৰ্বত তাৰ বুকু ফুলি উঠে।

তাৰ দেউতাকে তাক ঘৰ দি থৈ যোৱা নাই, সম্পত্তি দি থৈ যোৱা নাই, টকা-পইচা দি থৈ যোৱা নাই। কিন্তু দেউতাকে তাক যি দি থৈ গৈছে সেই দিয়াৰ তুলনা নাই। দেউতাক চোৰ নাছিল, ডকাইত নাছিল, ঠগ-প্ৰৱঞ্চক নাছিল, মিথ্যাচাৰী নাছিল। তেওঁ আছিল এজন সৎ, নিৰ্ভীক, সাহসী আৰু হয়তো সেইবাবেই নিঃসংগ এজন ব্যক্তি। দেউতাকে তাক দি থৈ গৈছে সততাৰ হকে, ন্যায়ৰ হকে নিঃসংগভাৱে হ'লেও যুঁজাৰ প্ৰেৰণা। কথাৰে নহয়, নিজৰ জীৱনেৰে দেউতাকে দেখুৱাই থৈ গৈছে নিৰ্ভীকভাৱে অন্যায়ৰ প্ৰতিবাদ কেনেকৈ কৰিব লাগে। ক্ষুদ্ৰ স্বাৰ্থৰদ্বাৰা পৰিচালিত হৈ উচ্ছিষ্ট ভোজনেৰে নিজৰ উদৰ পূৰোৱাৰ বাসনাত লালায়িত জাক জাক শিয়ালৰ মাজত নিজক হেয় নকৰাকৈ বীৰ বিক্ৰমেৰে যুঁজ দি থকা সিংহ তাৰ দেউতাকেই আছিল। সেইদিনা সিংহৰ ভাও দিয়া শিয়ালে আজি নিজৰ স্বৰূপ ধাৰণ কৰি সিদ্ধি খান্দিবলৈ আৰম্ভ কৰা নাইনে ? মানুহবোৰো যে ইমান অজলা ! সিংহৰ ভাও দিয়া শিয়ালৰ আস্ফালনকে চাই তন্ময় হৈ আছে।

মাকৰ ওপৰত তাৰ কেতিয়াবা খং উঠে। মাকে তাক একোতে লাগিব নিদিয়ে। সকলোতে মাকৰ হকা-বাধা। তুমি এইবোৰত লাগি ফুৰিব নালাগে। কোনোমতে পঢ়াটো শেষ কৰা। পঢ়াত মনোযোগ দিয়া,সোণ। তুমিয়ে যে মোৰ একমাত্ৰ আশা। এইবোৰ কথাত লাগি ফুৰিলে তোমাৰ পঢ়াত ক্ষতি হ'ব। তদুপৰি দেউতাৰাই তো এইবোৰতে লাগি ফুৰিছিল। লাভ তো একো নহ'ল।

মাকক বুজাব নোৱাৰে। আনহাতে মাকৰ কথা সি পেলাবও নোৱাৰে। মাকক দুখ দিয়া, মাকে বেয়া পোৱা কাম সি কৰিব নোৱাৰে। মাকজনীয়ে ইতিমধ্যে বহুতো দুখ সহ্য কৰিছে। সি মাকলৈ চালে। মাকে ওপৰমুৰ্খকৈ শুই থাকি খিৰিকিখনেৰে আকাশলৈ চাই আছে। কি ভাবি আছে জানো মাকে ? তন্ময় হৈ থকা মাকক মাত্তি আমনি কৰিবলৈ তাৰ মন নগ'ল।

ভৰি শিতানৰ ফালৰ সৰু খিৰিকিখনৰ ফ্ৰেমত বন্দী আকাশখনৰ বহু ওপৰত উৰি ফুৰা চিলনি এটালৈ চাই থকা কমাৰ ক্লান্তি আৰু অৱসাদত কেতিয়ানো টোপনি আহিল ক'বকে নোৱাৰিলে।। ঠিক টোপনি নহয় ক্লান্তি আৰু অৱসাদত তাইৰ তন্দ্ৰালস চকু দুটা ধীৰে ধীৰে জাপ খাই আহিল। তাইৰ সেই পুৰণি অভ্যাস। স্মৃতিৰ শীতল ছায়াত জিৰণি লোৱাৰ প্ৰয়াস। অতীতৰ সুবাসিত স্মৃতিৰ পাপৰি অতি সন্তৰ্পণে তাইৰ চকুৰ আগত যেন উন্মোচিত হ'ল। চেতন অৰ্ধ-চেতন এক আশ্চৰ্যসুন্দৰ জগতত তাই যেন বিচৰণ কৰি ফুৰিবলৈ ধৰিলে।

(তিনি)

ঃ কমা, অ' কমা, দুৱাৰখন খোলাচোন। মই আহিছোঁ। মাতটো তাই ধৰিব পৰা নাই। কোন হ'ব পাৰে বাৰু ?

ঃ কমা, দুৱাৰ খোলা। মই আহিছোঁ।

তাই ধৰ-মৰকৈ বিছনাৰপৰা উঠি আহিল। দুৱাৰ খুলিবলৈ আহি দেখিলে যে দুৱাৰখনত খিলি দিয়াই হোৱা নাছিল। এনেয়েহে জপাই থোৱা আছিল। দুৱাৰ মেলি দিলত চৌধুৰী সোমাই আহিল।

ঃ বাঃ, দুৱাৰ বন্ধ নকৰাকৈয়ে নাক ঘোৰ্ঘোৰাই শুই আছিলা ! ৰাতুল ক'ত ? গধূলি হ'ল আহি, এতিয়ালৈনো শুই থাকেনে ?

ঃ এৰা, এনেয়ে বিছনাত পৰি থাকোঁতে কেতিয়া যে টোপনি আহিল, ক'বই নোৱাৰিলো। তুমি বহুত দেৰি ৰ'লা নেকি ? ৰাতুল ঘৰত নাই। তাক নিৰ্মালিয়ে লৈ গৈছে।

ঃ মযো ভাল দিয়া, দুৱাৰখন টানি দিলেই হয়। তাকে নকৰি থিয় হৈ চিঞৰি আছোঁ। হ'ব দিয়া, যি হ'ল। চাওঁ এইফালে আহাচোন। জৰুৰী কথা এটা আছে।

চৌধুৰীয়ে কমাক হাতখনত ধৰি ইটো কোঠালৈ টানি লৈ গ'ল। টোপনিৰ জড়তা আৰু আলস্য ভাব কমাৰ তেতিয়াও যোৱাই নাই। গতিকে একো নুবুজাকৈয়ে চৌধুৰীৰ পিছে পিছে তাই গৈ থাকিল। কিন্তু কোঠাটো পোৱাৰ পিছত কিবা বুজিবলৈ প্ৰয়োজন অনুভৱ কৰাৰ আগতেই তাই দেখিলে যে আইক গৰা মাৰি ধৰি প্ৰায় দাঙি নিয়াৰ দৰে নি বিছনাত বগৰাই দিছে। কথাটো কি হ'ল তাই একো তৰ্কিবকে নোৱাৰিলে। বিছনাত গৰা মাৰি ধৰি তাইৰ গালে-মুখে উত্তাৱল হৈ চুমা খাবলৈ ধৰিলে। মৃদু শক্তি প্ৰয়োগ কৰি তাই বাধা দিবৰ চেষ্টা কৰিছিল। কিন্তু চৌধুৰী অপ্ৰতিবোধ্য।

ঃ ৰাতুল আৰু নিৰ্মালি আহিব এতিয়া। কিনো যে কৰে মানুহটোৱে ! ধেৎ, এই দিন-দুপৰতে... মাজত তিনিটা দিনহে নাছিলা।

ঃ অ', তাৰমানে মই নাথাকিলে তুমি ভাল পোৱা ? সেইবিলাক নচলিব।

কমাৰ কোনো বাধা চৌধুৰীয়ে নুশুনিলে। মানুহজনৰ লগত এইটোৱেই বিপদ। বৰ ইম্পালচিভ। একোৱে আগ-পিছ ভাবি নাচায়।

আশ্চৰ্যমধুৰ এক যন্ত্ৰণা আৰু বিস্ময়কৰ এক পুলকানুভূতিৰ আতিশয্যত তাইৰ চকু মুদ খাই আহিল।

ঃ কি হ'ল, টোপনি আহি গ'ল নেকি ? ব'লা অকণমান ফুৰি আহোঁ। বাটত নির্মালিক আৰু কিছু সময় বাতুলক বাখিবলৈ কৈ থৈ যাম।

তাইলৈ অর্থপূর্ণ আৰু দুষ্টামিভৰা চাৱনিৰে চাই থাকি কথাকেইটা ক'লে। তাইৰ কিয় জানো আজি লাজ লাগি গ'ল। ছেঃ, ইমান অসংযমী হ'ব নাপায়। তায়োনো ইমান অসংযমী হ'ব লাগেনে ? মানুহটো সঁচাকৈয়ে বৰ দুষ্ট।

ঃ বাহিৰত বৰ গম্ভীৰ ভদ্ৰলোক। মুখত বৰ বৰ কথা। এইপিনে আচল ৰূপ এইটোহে !

কৃত্রিম খঙেৰে তাই ক'লে।

ঃ বৰ বৰ কথা কোৱা, বাহিৰত ভদ্ৰলোক হোৱা আৰু নিজৰ তিৰোতাজনীৰ ওচৰত কৰা আচৰণৰ তুলনা হয় নেকি ? টলষ্টয়ৰ কথা মই তোমাক কোৱা নাছিলোনে ? মই তো আৰু টলষ্টয় নহওঁ।

ধৰমৰাই উঠি তাই বাথৰুমলৈ গ'ল। গাটো ধুই পেলোৱা ভাল। এনেয়েও যিটোহে গৰম পৰিছে, গাটো ধুলে সজীৱ লাগিব।

তাই বাথৰুমত আৰু হৰেকৃষ্ণ চৌধুৰী পঢ়া কোঠাত সোমাল। গা-ধুই থকা অৱস্থাতো কমাই চৌধুৰীৰ কথাকে ভাবিলে। মানুহজনৰ একমাত্ৰ দোষেই হ'ল এইটো। তাই দোষ বুলিয়ে কৈছে। তাইক দেখা মাত্ৰকে লেকাম ছিগা ঘোঁৰাৰ দৰে সকলো সংযম হেৰুৱায়। আচলতে মানুহজনৰ মাজত এক দুৰন্ত শিশু লুকাই আছে। মাকক উৎপীড়ন কৰি ভালপোৱা এক অবুজ শিশু। এৰা, তেওঁ কেতিয়াবা তাইৰ ওচৰত শিশুৰ দৰেই আচৰণ কৰে।

প্ৰকৃততে প্ৰতিজন পুৰুষেই একো একোটা শিশুৰ দৰে নেকি ? মাকৰপৰা বিভিন্ন ধৰণে মৰম আদায় কৰিব বিচৰা শিশুৰ দৰে প্ৰতিজন পুৰুষে নাৰীৰ ওচৰত নিবিড় আৰু নিভৃত মুহূৰ্তত হৈ পৰে একো একোটা শিশু। এই মুহূৰ্তত এটা কেঁচুৱাৰ দৰে তাইৰ মৰম কৰিবৰ মন গ'ল।

শীতল পানীৰ স্পৰ্শই তাইৰ তাপিত শৰীৰটো যেন জুৰাই পেলালে। গাটো মোহাৰিবলৈ লওঁতে তাই অনুভৱ কৰিলে বুকুখনত বিষ। ইমান যে দুষ্ট, ইমান অত্যাচাৰী ! মুখৰ ভিতৰতে ভোৰভোৰালে তাই।

গা-ধোৱা শেষ কৰি লৰালৰিকৈ তাই আয়নাৰ সন্মুখত বহি গাত পাউদাৰ ছটিয়াই ল'লে। কোঠালিটোত মৃদু সুবাস বিয়পি পৰিল। ইতিমধ্যে তাই গা-ধুই থাকোঁতেই দুৱাৰত ঢকিয়াই চৌধুৰীয়ে তাগিদা দি গৈছে। পলম হৈছে। গধূলি হ'লেই।

গোটেই গাত নীলা সৰু সৰু ফুট থকা ভয়লৰ বগা শাড়ীখন কমাই পিন্ধিছে। চৌধুৰীয়ে এই শাড়ীখন বৰ ভাল পায়। গৰমত অৱশ্যে পিন্ধিও ভাল লাগে। শাড়ীৰ

সৈতে মিলা একেই পাতল বগা ব্লাউজ। আয়নাৰ সন্মুখত থিয় হৈ তাই নিজকে এবাৰ চাই ল'লে। উজ্জ্বল বগা নহয়, গাৰ ৰং তাইৰ সোণালী। শৰীৰৰ ক'তো মাংস বা মেদৰ আধিক্য নাই। আটিল দেহ। শকত বুলি ক'ব নোৱাৰি যদিও ক্ষীণো নহয়। এতিয়ালৈ ঠিকেই আছে। কঁকাল আৰু পেটতহে পিছে মেদ বৃদ্ধিৰ প্ৰৱণতা কিঞ্চিৎ পৰিলক্ষিত হৈছে। মুহূৰ্তৰ বাবে তাইৰ মনত দুশ্চিন্তাই দেখা দিলে। মেদবহুল দেহ আৰু ওলমি পৰা বুকুৰ মাইকী মানুহক তাই বৰ বেয়া দেখে।

তাইৰ পিছে ঠিকেই আছে। আগতকৈ কিছু শকত হৈছে, নিপোটল হৈছে, কিন্তু ঠিকেই আছে। নাৰী দেহৰ এই দুৰ্মূল্য সম্পদত তাই সঁচাকৈয়ে সমৃদ্ধ। তাই কিঞ্চিৎ গৰ্ব অনুভৱ কৰিলে।

: হ'লনে তোমাৰ ? বহুত দেৰি লগাইছা দেখোন।

চৌধুৰী আহি তাইৰ ওচৰত থিয় হ'ল। তাই শাড়ীখনৰ ভাঁজটো ঠিক কৰি আছিল। তেওঁ তাইৰ থুতৰিটোত ধৰি মুখখন দাঙি দিলে।

মোৰ হ'ল ব'লা।

: ব'লা আজি নৈৰ পাৰলৈ যাওঁ। বহুদিন সেইফালে যোৱা নাই। নৈৰ পাৰত ভাল লাগিব। কিন্তু এখনকে লৈ যাওঁ, খোজকাঢ়ি গ'লে গৰমহে লাগিব।

তাই একো নামাতিলে।

নৈৰ পাৰত বেছি মানুহৰ সমাগম নাই। ইতিমধ্যে বেলি লহিয়াইছে। আকাশৰ ...চুৰা ৰং সলনি হৈ ধোঁৱা ৰঙৰ সৈতে মিহলি হৈছে। মেঘ দুচপৰামান পশ্চিমৰ আকাশত ওলমি আছে। এজাক বগলি ইংৰাজী 'ভি' আকৃতিৰে উৰি গৈ দূৰৰ আকাশৰ বুকুত অদৃশ্য হৈ গৈছে। বগলিজাকক অনুসৰণ কৰি এজাক শৰালিও আকাশৰ বুকুৰেদি টৌ খেলি গৈছে। নৈৰ বুকুৰপৰা শীতল বতাহ এছাটিয়ে আহি গালে-মুখে চুই গৈছে।

: বৰ ভাল লাগিছে, বহোঁ আহাঁ ইয়াতে অকণমান।

কমাই প্ৰস্তাৱ দিলে। বুঢ়া মানুহ এজনে আঠ-দহ বছৰীয়ামান ল'ৰা এটাৰে সৈতে শিল এটাৰ ওপৰত বহি কথা পাতি আছিল। হয়তো ককা আৰু নাতি। সিহঁত দুটা ওচৰ পালত তেওঁলোক উঠি গ'ল। সিহঁত সেই শিলটোৰ ওপৰতে বহি ল'লে। নাতিদূৰত এহাল ডেকা-গাভৰুৱে বহি কথা পাতি আছে। নৱ-বিবাহিত ডেকা-গাভৰু যেন লাগিছে।

গধূলিৰ আকাশ আৰু মেঘৰ ছাঁ প্ৰতিফলিত হৈ নৈৰ পানীয়ে কজলা বৰণ লৈছে। সিপাৰৰ নৈৰ গড়াত গাঁত কৰি থকা চুটিয়া শালিকা কেইটামানে তেতিয়াও কিচকিচাই ওলোৱা সোমোৱা কৰি আছে। দিনটোৰ ব্যস্ত কাৰ্যক্ৰমণিকা সিহঁতৰ শেষেই হোৱা নাই।

গাত গা লগাই বহি হৰেকৃষ্ণ চৌধুৰীয়ে কমাৰ হাতখন নিজৰ হাতৰ মুঠিত লৈ ঘৰ্ণকে সুধিলে ঃ কোৱাচোন বাৰু মই কিয় তোমাক আজি ইয়ালৈ লৈ আহিছোঁ ? অইন ঠাইলৈ নগৈ মই কিয় ইয়ালৈ আহিছোঁ, কোৱা ?

কমাই প্ৰথমে কাৰণটো ভাবি পোৱা নাছিল, কিন্তু পিছ মুহূৰ্ততে তাইৰ মনত পৰি গ'ল। তাই লাজ পালে। তাই আগতেই ভাবি পাব লাগিছিল। এই একেটাই তো শিল। এই শিলটোৱেই তো সাক্ষী।

হয়, আজিৰপৰা ঠিক পাঁচ বছৰ আগতে এইখিনি ঠাইত এই সময়তে সিহঁতে জীৱনৰ সবাতোকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্তটো লৈছিল। গুৰুত্বপূৰ্ণ আৰু বিসম্বাদী সিদ্ধান্ত। মনত পৰিছে, তাইৰ খুব ভয় লাগিছিল।

মনত পৰে তাইৰ গাৰ কঁপনি উঠিছিল। হৰেকৃষ্ণ চৌধুৰীয়ে তাইৰ হাতখন ধৰি থাকি কৈছিল ঃ এই আঁকৰী, হৈছে কি তোমাৰ ? ইমানকৈ কঁপিছা কিয় ?

ঃ মোৰ ভয় লাগিছে। এনে সুখ, এনে আনন্দ উপভোগ কৰাৰ অধিকাৰ মোৰ আছে জানো ? দীৰ্ঘ দিনৰ বাবে এই সুখৰ গৰাকী মই হ'ব পাৰিমনে ?

ঃ কিয় ভাবিছা তেনেকৈ ? কোনে বাধা দিব পাৰে ? বাধা হয়তো পাম মই মোৰ ঘৰৰপৰা। কিন্তু মই কৈছোঁৱেই, মই সেই বাধা নামানো। বাদ দিয়া সেইবোৰ। ভাল লগা মুহূৰ্তবোৰ অহেতুক চিন্তাৰে নষ্ট কৰিব নালাগে। মুঠতে অইনৰ কথা চিন্তা কৰিব নালাগে। নিজকে সুখি লোৱা মোৰ সৈতে জীৱনটোৰ বাবে তুমি সুখী হ'ব পাৰিবানে নোৱাৰা। মই মানুহটো এইটোৱে। তোমাৰপৰা লুকুৱাবলৈ মোৰ একো নাই। মই মানুহটোৰ সৈতে কিবা নতুন মাত্ৰা সংযোজন হ'ব বুলিও নাভাবিবা। অৰ্থাৎ আজি এই মুহূৰ্তত যি দেখিছা, মই ভাবোঁ সদায়ে মোক তেনেকৈয়ে পাবা। মই ভাবোঁ সুখৰ সন্ধান আৰু সুখৰ ধাৰণাও মানুহে নিজৰ ধৰণে কৰে আৰু সেইবাবেই নিজৰ ধৰণেই মানুহ সুখী বা অসুখীও হয়। মানুহ অসুখী হোৱাৰ কোনো বিশেষ ধৰণ বা বিশেষ কাৰণ নাথাকে। আজি কিবা এটা কাৰণত তুমি যদি অসুখী বুলি অনুভৱ কৰা কাইলৈ হয়তো সম্পূৰ্ণ অইন এক কাৰণত তুমি অসুখী অনুভৱ কৰিবা। তুমি-মই যি কাৰণত যিমান অসুখী তাতকৈ সম্পূৰ্ণ সুকীয়া এক কাৰণত অন্য এজন হয়তো তাতকৈ অধিক অসুখী। গতিকে সুখ-অসুখৰ কথা বৰ বেছিকৈ ভাবি থাকি লাভ নাই। জীৱনত যি পোৱা হয় তাকে লৈ সন্তুষ্ট থাকিব পৰাটোতেই প্ৰকৃততে সুখ আছে। সেইবুলি সকলোতে আত্মসন্তুষ্টি লৈ থাকিবও নালাগে। আত্মসমালোচনাহীন আত্মতুষ্টিয়ে আকৌ মানুহৰ উত্তৰণৰ পথ বন্ধ কৰে।

ঃ বাঃ, আপুনি দেখোন বক্তৃতা দিবলৈ আৰম্ভ কৰিলে। এনে বিষয়ে এনে ভাৱে আপুনি কোৱাত লাগিছে যেন বিশাল জনসভাতহে বক্তৃতা দিছে।

কমাৰ পাতল কথাত চৌধুৰী কিন্তু নদমিল। কমাৰ গালত চিকুট মাৰি দি ক'লে ঃ নহয়, ধেমালি নহয়। মই চিৰিয়াচলী কৈছোঁ। সুখ আহৰণ কৰিবলৈ জীৱনত কিছুমান কথা ফিল'চ'ফিকেলি ল'ব লাগিবই। তাতে আমি আজি জীৱনত এটা অতি গুৰুত্বপূৰ্ণ সিদ্ধান্ত লৈছোঁ। এই সিদ্ধান্তৰ ফলত আজীৱন বা আমৃত্যুৱেই কোৱা, আমি পৰস্পৰে পৰস্পৰৰ পৰিপূৰক হৈ ৰ'ম। তোমাৰ সুখে মোক সুখী কৰিব আৰু মোৰ সুখে তোমাক সুখী কৰিব। .......

ঃ মনত পৰিছেনে এতিয়া ?

তাই উচপ খাই উঠিল।

কিয় মনত নপৰিব বাৰু ? স্মৃতিৰ মণিকোঠাত অতি সযতনে সাঁচি থোৱা সেই মুহূৰ্তকেইটা তাইৰ বাবে কিমান যে আপুৰুগীয়া ! মনত পৰিছে, তাইৰ মনত পৰিছে।

ইতিমধ্যে সাঁজ লাগি ভাগি গ'ল। ছাই ৰঙৰ গধূলি এটা ধীৰে ধীৰে পৃথিৱীৰ বুকুলৈ নামি আহিছে। বাহুত সোমোৱাৰ আগতে কোঢ়াল কৰি থকা চৰাইজাক এতিয়া নাই। কেউপিনে নিজম পৰি আহিছে।

বাতুলৈলৈ মনত পৰিল কমাৰ। সি আমনি কৰিব পাৰে। বহুতো পৰ হ'ল। সোনকালে যোৱা ভাল।

কমাৰ কথাত চৌধুৰীয়েও হয়ভৰ দিলে।

বেগাবেগীকৈ সিহঁত ঘৰমুৱা হ'ল।

(চাৰি)

কমাই নিজৰ হাতখন চিকুটি চালে। তাই বাৰু সপোন দেখিছিল নেকি ?

সপোন দেখিবলৈ তাইৰ জানো টোপনি আহিছিল ? ইমান জীৱন্ত সপোন মানুহে দেখেনে ? চৌধুৰীক তাই তো সঁচাকৈয়ে দেখিছে ! চিঞৰি চিঞৰি মাতিবৰ মন গ'ল তাইৰ।

এয়া তুমি কি কৰিলা ? মোক সুখ দিবলৈ মাতি আনি জীৱনৰ এই দীঘল বাটত অকলশৰে এৰি দি তুমি কিয় গুচি গ'লা ? কায়িকভাৱে এৰি গ'লা হয়, কিন্তু মোৰ স্মৃতিৰ পৃথিৱীখনত তোমাৰ বাহিৰে বিচৰণ কৰোঁতা আৰু তো কোনো নাই। চিলমিল টোপনিৰ এই যে অসতৰ্ক মুহূৰ্তবোৰ, এই মুহূৰ্তবোৰতে আহি মোক কিয় সদায়ে আমনি কৰা ? তুমিও তো জানা ত্ৰিশ-পয়ত্ৰিশ বছৰীয়া এগৰাকী নাৰীৰ বাবে স্বামীৰ কিমান প্ৰয়োজন !

বাতুলৰ যি দায়িত্ব তুমি মোক দি থৈ গৈছিলা সেই দায়িত্ব মই পালন কৰিবলৈ যত্নৰ ত্ৰুটি কৰা নাই। তুমি চিন্তা কৰিব নালাগে, সি তোমাৰ নিচিনাই হৈছে। সি তোমাৰ নিচিনাই হ'ব। মোৰ মনত আছে তুমি মোক এৰি থৈ যাবৰ দিনা মই যেতিয়া কান্দিছিলো সি আহি মোৰ ডিঙিত সাবটি ধৰি খোকাখুকি মাতেৰে কৈছিল : মা, তুমি চিন্তা নকৰিবা, মই দেউতাৰ দৰে হ'ম।

বাতুলৰ মাজতে মই তোমাক বিচাৰি চাওঁ। সঁচা, সি দিনে দিনে তোমাৰ দৰে হৈ আহিছে। অকল দেখাতেই নহয়, তাৰ স্বভাৱটোও তোমাৰ দৰে হৈ আহিছে। শান্ত সমাহিত, সকলো সময়তে ধীৰ-স্থিৰ। পিছে তোমাৰো যিদৰে এটা অঁকৰা খং আছিল, খং উঠিলে তুমি যিদৰে কাকো মাত-বোল নকৰাকৈ গুম মাৰি বহি থাকা, ঠিক সেই একেই স্বভাৱ লৈছে বাতুলেও। তাৰো অঁকৰা খং উঠে কেতিয়াবা। খং উঠিলে সিও মাত-বোল নকৰে। গুম মাৰি বহি থাকে। অৱশ্যে কাচিৎ কেতিয়াবাহে। পিছলৈ যিদৰে তোমাৰ সকলো কথা মই আগতেই গম পোৱা হৈছিলো, ঠিক সেইদৰে বাতুলৰ কথাও মই আজিকালি বুজি পাওঁ।

সকলো কথা বুজি পায় বুলি কমাই যে কৈছে আচলতে কথাটো খৰচি মাৰি কোৱা নাই। বাতুলৰ মানসিক বিকাশৰ প্ৰতি কমাই তীক্ষ্ণ দৃষ্টি ৰাখি চলিছে সঁচা। চৌধুৰীৰ কথা কমাৰ মনত আছে। ল'ৰা-ছোৱালী কেনেকৈ ডাঙৰ হয় সেই কথা মাক-দেউতাকে প্ৰতিমুহূৰ্তে অনুধাৱন কৰি থাকিব লাগে। কমাই বাতুলক নিৰীক্ষণ কৰি আহিছে হয়,

কিন্তু কিয় জানো কমাৰ অনুভৱ হৈছে বাতুল ডাঙৰ হৈ অহাৰ লগে লগে ক্ৰমে যেন সি কমাৰপৰা কিছুমান কথা অতি সন্তৰ্পণে লুকুৱাবলৈ যত্ন কৰিছে। খুব সতৰ্কতাৰে অনুধাৱন কৰি থকা সত্ত্বেও কমাৰ কেতিয়াবা এনে অনুভৱ হয় বাতুলে যেন তাইৰপৰা খুব ধীৰে ধীৰে আঁতৰি যাবলৈ চেষ্টা কৰিছে। আঁতৰি যোৱাও ঠিক নহয়, সি যেন তাৰ কেউফালে অতি সাৱধানেৰে আৰু অতি সযতনে এনে এক অদৃশ্য আৱৰণ সাজি ল'বলৈ চেষ্টা কৰিছে, যাৰ মাজত সোমাই সি নিজকে অকলশৰে পাব খোজে। ঠিক যেন লেটাৰ মাজত সোমাই থকা পলুৰ দৰে।

মই আচৰিত হওঁ। কিমানেইবা বয়স তাৰ ! এই ফুকলীয়া ল'ৰাটোৱে কিয় বাৰু নিজকে এইদৰে নিঃসঙ্গ কৰি ৰাখিব খোজে ? তাৰ নিঃসঙ্গতাপ্ৰীতিৰ উৎসনো কি, মই বুজি নাপাওঁ। পঢ়া টেবুলত বহি নাইবা কেতিয়াবা সন্ধিয়া বাৰাণ্ডাত অকলশৰে সি যেতিয়া কিবা ভাবি বহি থাকে তাকে দেখি মই শঙ্কিত হওঁ। মোৰ হিয়া কঁপি উঠে। মই আহত অনুভৱ কৰো তেতিয়া, যেতিয়া মোৰ সংশয়াকুল কৌতূহল, মোৰ নিৰন্তৰ ঔৎসুক্যৰ প্ৰতি সি নিৰ্বিকাৰ হৈ ৰয়। মই সঁচাকৈয়ে বিস্ময় মানো। তোমাৰ দৰে সিও খুব কিতাপ পঢ়িবলৈ লৈছে। মোৰ কেতিয়াবা দুখ লাগে মোতকৈও কিতাপৰ সঙ্গহে তাৰ অধিক প্ৰিয়। স্বভাৱজাত ঈৰ্ষাৰে মই তাৰ কিতাপবোৰকে কেতিয়াবা অৰি বুলি ভাবোঁ। তুমি তো গুচি গ'লা, সিয়েই তো মোৰ একমাত্ৰ আপোন। অথচ সি মোতকৈও নিৰ্জীৱ কিতাপক ভাল পায়। এনে এক সৰল ক্ষোভ মোৰ মনলৈ মাজে সময়ে নহাকৈ নাথাকে।

নহয়, মই বাতুলৰ বিৰুদ্ধে অভিযোগ কৰিব খোজা নাই। নিজৰ পেটৰ একমাত্ৰ সন্তানৰ বিৰুদ্ধে মাকৰ কি বাৰু অভিযোগ থাকিব পাৰে ? আচলতে বাতুলৰ সম্পৰ্কত মই এইখিনি কৈছোঁ কিয় জানানে ? তাৰ মাজত মই তোমাকেই পাবলৈ বিচাৰিছোঁ। মই মোৰ সমস্ত হৃদয় উজাৰি ক'ৰবাত যদি ঈশ্বৰ এজন আছে সেই ঈশ্বৰক প্ৰাৰ্থনা কৰিছোঁ বাতুল তোমাৰ দৰে এজন ভাল মানুহ হওক। সি ডাঙৰ মানুহ হ'ব নালাগে, সি বিখ্যাত ব্যক্তি হ'ব নালাগে, সি বিত্তশালীও হ'ব নালাগে। সি এজন সাধাৰণ মানুহেই হওক। কিন্তু এজন প্ৰকৃত অৰ্থত মানুহ। অইন দহজনৰ সুখ-দুখৰ ভাগ লোৱা, অন্যায়ৰ বিৰুদ্ধে মাত মতা, সুন্দৰসন্ধানী এজন প্ৰকৃত মানুহ। সমাজখনত সেই মানুহৰ সংখ্যা দিনক দিনে তীব্ৰ হাৰত টুটি আহিছে। তেনে মানুহ লুপ্তপ্ৰায় হোৱাৰ উপক্ৰম হৈছে।

কমাৰ কথাবোৰ কিবা বক্তৃতা দিয়াৰ দৰে লাগে। পিছে নহয়, তাইৰ কথাবোৰ তেনেকুৱাই। বাতুল আৰু হৰেকৃষ্ণ চৌধুৰীৰ বাহিৰে তাইৰ আপোন আছেইবা কোন ? সেয়েহে ভেওঁলোকৰ কথা ওলালে তাই ক'ব নোৱৰা হয়। সেইটো একো খবিৰ লগীয়া কথা নহয়।

মই ক'ব খুজিছিলো বাতুলৰ কথা। এবা, সি যেন ক্ৰমে ক্ৰমে এখন নিজস্ব পৃথিৱী গঢ়ি তোলাৰ চেষ্টা কৰিছে। সেইখন পৃথিৱী কেনেকুৱা মই নাজানো। মোৰ কেতিয়াবা ভয় হয় বাতুলে নিজেইবা জানেনে নেজানে? তাক সুধিলেও কোনো সদুত্তৰ নাপাওঁ। মোৰ কৌতূহল নিবৃত্তি নহয়। বাতুলে হাঁহি এটা মাৰি মাথোঁ কয় : তুমিনো কি পাৰ্থক্য দেখা পাইছা? মই চোন একেই আছোঁ। কিবা কিবি ভাবোঁ আৰু। মন এটা থাকিলে তো ভাবনা-চিন্তা কৰিবই লাগিব। ভয় কৰিব নালাগে, মই একো বেয়া চিন্তা কৰি নাথাকো।

কমাই ভয় খাই যায়। তাই দমি যায়। বাতুলৰ আকৌ সেই অঁকৰা খংটো উঠেৰা! তাই বেচেৰীৰ পদে পদে বিপদ। ল'ৰাৰ মন বুজি চলিবও লাগে।

বাতুলৰ এনেকুৱা উত্তৰৰপৰা মই কি বুজিব পাৰো কোৱা? এনেকুৱা উত্তৰৰ পিছত তাক আৰু বাৰে বাৰে সুধি থাকিবও তো নোৱাৰি। তুমি জানাই সকৰেপৰা তাৰ মনটো কিমান স্পৰ্শকাতৰ। মোৰ কষ্ট দেখিলে সি দুখ পায় সেই কথা মই জানো। মই টিউচন বেছিকৈ কৰাটোও সি পছন্দ নকৰে। গতিকে কেবাটাও ভাল টিউচন পায়ো তাৰ কাৰণেই মই ল'ব নোৱাৰিলো। দুটা মানুহ বুলিও তো কম খৰচ নহয়। গতিকে কষ্ট তো কৰিবই লাগিব। মই সাধাৰণতে সংসাৰৰ এইবোৰ কথা বাতুলক নকওঁৱেই। সি পঢ়কেইচোন। পঢ়াতেই মন দিয়ক সি। কিন্তু বাতুলৰ দৰে ল'ৰাক সকলো কথা মুখ খুলি কোৱাৰ প্ৰয়োজন নহয়। সি সকলোবোৰ বুজি পায়।

সিদিনা মোৰ টিউচনৰপৰা আহি পোৱাত পলম হৈছে। এন্ধাৰ হৈ গৈছে। বাতুল অকলে থাকি আমনি পাব বুলিয়ে বেগাবেগীকৈ আহিছোঁ। ঘৰৰপৰা প্ৰায় তিনি কিলোমিটাৰ বাট। খোজকাঢ়ি আহি পাওঁতে এন্ধাৰেই হ'ল। ঘৰ আহি পাই দেখোঁ যে মই ভাবাৰ দৰেই বাতুল এন্ধাৰত অকলে অকলে বহি আছে। মই আহি ওচৰত থিয় হোৱাত সি উচপ খাই উঠিল। লগে লগে যেনিবা উঠি গৈ সি ভিতৰৰপৰা মূঢ়া এটা আনি বাৰাণ্ডাতে মোকো বহিবলৈ দিলে।

সেয়া আছিল আহিন-কাতি মাহৰ এটা গধূলি। অকণ অকণ নিয়ৰ পৰিবলৈ আৰম্ভ কৰিছে। জহৰ প্ৰকোপ নাই, জাৰ তেতিয়াও পৰা নাই। শিৰাশিত থকা শেৱালিজোপাত এটা-দুটা ফুল ফুলিবলৈ আৰম্ভ কৰিছে।

মই খোজকাঢ়ি অহা বাবে মোৰ বেছ গৰম লাগিছে। বাতুলে ভিতৰৰপৰা বিচনিখন আনি মোক লাহে লাহে বিচি দিছে। আমাৰ দাঁতিৰ মানুহ ঘৰত কেঁচুৱাটোৱে কান্দি আছে। তাৰ কিবা টেহ লাগিছে। সাধাৰণতে সি নাকান্দে। হাঁহিয়ে থাকে। দিনত আমাৰ তালৈ আহি খেলি থাকে।

বাতুলে কেঁচুৱাটোৰ কন্দালৈ মোৰ মনোযোগ আকৰ্ষণ কৰি ক'লে : আজি তুমি যোৱাৰ পিছত বকু খুড়ী আহিছিল কেঁচুৱাটোক লৈ। অলপ সময় বহিলে। বকু

খুড়ীয়ে আজি কি ক'লে জানানে ? তেওঁ বহুতো কথা ক'লে। কথাটো বাক হয় নেকি ? তোমাক বিয়া কৰোঁৱা বাবেই হেনো দেউতাক তেওঁৰ ঘৰে এৰিলে ? তুমি হেনো নীহকুলীয়া আক দেউতাহঁত কায়স্থ মানুহ ? এইবোৰ কথা দেখোন তুমি মোক কোৱাই নাছিলা ? কথাটো সঁচানে মা ?

ঃ এইবোৰ কথানো কিয় ওলাল, সোণ ?

ঃ কি কথাৰপৰা ওলাল জানো মোৰ এতিয়া মনত নাই। বকু খুড়ীয়ে কথা বেছি কয় বুলি তো জানাই। কিবা প্ৰসঙ্গত নিজেই ক'লে। তুমি তো দেউতাহঁতৰ আপোন মানুহ কোনো নাই বুলিহে কৈছিলা।

ঃ কথাটো সঁচা, বাতুল। মই তোমাক কোৱা নাছিলো কাৰণ কথাটো বৰ অদৰ্কাৰী। তদুপৰি দেউতাৰাই মোক কৈছিল তুমি ডাঙৰ হ'লে যেতিয়া নিজেই বুজিবা তেতিয়াহে তোমাক এইবোৰ কথা কোৱা উচিত। লুকুৱাব লগীয়া কথা তো ইয়াত একো নাই। অদৰ্কাৰী কথা জনা-নজনা একেই। তোমাক মই ক'ম ক'ম বুলি ভাবি আছিলোৱেই। এতিয়া তুমি ডাঙৰ হৈছা। গতিকে তুমি জনাত বাধা নাই। দেউতাৰাৰ তেনেকৈ আপোন মানুহ কোনো নথকা কথাটোও সঁচা। তোমাৰ ককাদেউতা বৰ জেদী মানুহ আছিল। একমাত্ৰ পুত্ৰকো তেওঁৰ অমতে যোৱা বাবে এৰিবলৈ কুণ্ঠাবোধ নকৰিলে। আমাৰ বিয়া তেখেতে মানি নল'লে। কিন্তু সেই দুখতে তেখেতৰ এবছৰ পিছতে মৃত্যু হ'ল বুলি দেউতাৰাই সদায় দুখ কৰিছিল। এইবোৰ কথা তোমাক ক'বলৈ দেউতাৰাই মোক মানা কৰিছিল বাবেহে মই ইমানদিনে কোৱা নাছিলো। সেইবোৰ পুৰণি কথা। সেইবোৰ কথাই আমাৰ জীৱনক প্ৰভাৱান্বিত কৰিবলৈ দিয়াটো উচিত নহয়, সোণ।

ইমানখিনি কথা মই বাতুলক একেলগে কৈ ভাল কৰিলো নে বেয়া কৰিলো নাজানো। মই বাতুলৰ প্ৰতিক্ৰিয়ালৈ অপেক্ষা কৰিলো। এন্ধাৰ ইতিমধ্যে ঘনীভূত হৈ আহিছে। দূৰৰ আকাশৰ অ'ত-ত'ত এটা দুটা তৰাই ফুল বাছিছে। শেৱালিজোপাৰ ফুলৰপৰা মৃদু সুবাস আহি নাকত লাগিছে। দেহৰ ভাগৰ সত্বেও মোৰ মনটো ভাল লাগিছে। পাতল পাতল লাগিছে। ভাল লাগিছে এইবাবে যে বহুদিনৰ মূৰত বাতুলে মোৰ সৈতে খোলাখুলিকৈ কথা পাতিছে। অৱশ্যে বকুলৈ মোৰ খং উঠিছে। তাই কথা বেছি কয়। তাই বাক বাতুলক সেইবোৰ কথা কিয় ক'ব লাগে ? মানুহৰ স্বভাৱেই এনেকুৱা।

এৰা, মানুহৰ স্বভাৱেই এনেকুৱা। পৰচৰ্চা কৰি বা লোকৰ কিবা এটা বেয়া বুলি কৈ ফুৰি মানুহে ভাল পায়। বকুলীয়ে বাতুলৰ লগত এইবোৰ কথা পতাৰ কোনো যুক্তি নাই। বাতুলক এইবোৰ কথা কোৱা প্ৰকৃততে অনুচিত। সি সৰু ল'ৰা। তাই সেই কথাটো বুজিব লাগিছিল।

প্ৰায় দুই মিনিটমানৰ নীৰৱতাৰ অন্তত এন্ধাৰৰ ফালে চাই থাকি ৰাতুলে ক'লে : হয় মা, সেইবোৰ অদৰ্কাৰী কথা। মানুহবোৰে অদৰ্কাৰী কথা লৈ অনাহকত ব্যস্ত থাকে। তোমাক সোধা বাবে বেয়া নাপাবা। মই এতিয়া ডাঙৰ হৈছোঁ নহয় মা। অৱশ্যে সংসাৰত তোমাক সহায় কৰিব পৰা হোৱা নাই সঁচা। অ', সিদিনা ৰবীন মামাক পাইছিলো। তোমাক ক'বলৈ পাহৰিছিলোৱেই।

: ৰবীন মামাক ঘৰলৈ নামাতিলা কেলেই ? বহুদিন তেওঁক দেখাই নাই।

: মাতিছিলো, পিছত আহিম বুলি ক'লে। ৰবীন মামায়ো দেউতাৰ কথা কৈছিল।

: কি কৈছিল ?

: এটা কথা নহয় মা, তুমি চাকৰি বিচাৰিবলৈ বাদ দিয়া। তুমি চাকৰি নোপোৱা। এইখন চৰকাৰৰ দিনত তুমি চাকৰি পোৱা আশা নাই। সুযোগসন্ধানী, ধূৰ্ত, দগাবাজ, স্বাৰ্থপৰ দালালবোৰে কেউপিনে লুটি-পুটি খাবলৈ লাগিছে। চাকৰি-বাকৰি কোনে পাইছে, কেনেকৈ পাইছে জানানে ? ৰবীন মামায়ো মোক তাকে ক'লে।

ৰবীন মামাই ৰাতুলক কি ক'ব পাৰে মই আন্দাজ কৰিব নোৱাৰি সুধিলো : তেওঁনো তোমাক কি ক'লে ?

: ৰবীন মামাই তাকেই কৈছে। তুমি এইখন চৰকাৰৰ দিনত চাকৰি নোপোৱা। এওঁলোক গাদীত বহিছেহে। গাদীত বহিয়ে অপকৰ্ম আৰম্ভ কৰি দিছে। দেউতা হেনো কমিউনিষ্টৰ সমৰ্থক আছিল, আন্দোলনৰ বিৰোধিতা কৰিছিল। গতিকে দেউতাৰ পত্নী হিচাপে তুমি সুবিধা পোৱা উচিত নহয়। এই ভণ্ড, দগাবাজমখাৰ ওচৰলৈ নালাগে যাব তুমি।

: মই তো সিহঁতৰ চাকৰি বিচাৰি যোৱা নাই। চৰকাৰখনতো সিহঁতৰ কাৰো দেউতাকৰ সম্পত্তি নহয়।

: সেইবোৰ কথা কোনে শুনিব ? ৰবীন মামাই কোৱামতে এতিয়াই তুমি চাকৰি বিচাৰি ফুৰিব নালাগে। তেওঁ হেনো খবৰ কৰি চাইছিল। চোৰাচোন, কি ধৰণৰ কথা !

ৰাতুলৰ সৈতে এইবোৰ কথা পাতি থাকি মই বৰ ক্লান্ত অনুভৱ কৰিলো। এক গভীৰ বিষাদৰ এন্ধাৰ সুৰংগলৈ মই যেন ধীৰে ধীৰে সোমাই গ'লো।

হৰেকৃষ্ণ চৌধুৰী মানুহজন সঁচাকৈ ত্ৰিশংকু হ'ল। আন্দোলনকাৰীসকলৰ অপকৰ্মবোৰৰ বিৰোধিতা কৰিছিল বাবে তেওঁ আখ্যা পাইছিল আন্দোলনবিৰোধী কমিউনিষ্ট। আকৌ নীতিগতভাৱে আন্দোলনটোৰ মূল দাবীসমূহক সমৰ্থন কৰিছিল বাবে বামপন্থীসকলৰ বাবে তেওঁ আছিল প্ৰতিক্ৰিয়াশীল। আনহাতে চৰকাৰৰ বাবে তেওঁ তো

আছিল চৰকাৰবিৰোধী আৰু আন্দোলনৰ সমৰ্থক। এনে এক আচৰিত অৱস্থান লৈয়ে মানুহজনে মৃত্যুবৰণ কৰিব লগীয়া হ'ল। তেওঁক কোনেও বুজি নাপালে। হৰেকৃষ্ণ চৌধুৰীৰ সততা তেওঁৰ নিষ্ঠা আৰু তেওঁৰ দেশপ্ৰেমক এইবোৰেনো কি মূল্য দিব ?

একেলগে মোৰ মনলৈ বহুতো কথা যেন হেঁচা-ঠেলা কৰি সোমাই আহিব খুজিলে। আন্দোলনৰ সেই ভয়ানক দিনকেইটাৰ ছবি মোৰ সন্মুখেৰে এখন এখনকৈ যেন পাৰ হৈ যাবলৈ ধৰিলে। .... চি আৰ পিৰ নিৰ্যাতন, সন্ত্ৰাস, প্ৰতি-সন্ত্ৰাস, চৌধুৰীৰ ওপৰত গুণ্ডাবাহিনীৰ অতৰ্কিত আক্ৰমণ, এজন নিষ্ঠাবান আৰু প্ৰাণবন্ত মানুহৰ নিৰ্মম-অকাল মৃত্যু.... সেই ভয়ানক দৃশ্যবোৰ মনত পৰি মোৰ গা আকৌ এবাৰৰ বাবে শিয়ৰি উঠিল।

ৰাতুলক মই আন একো নক'লো। ৰাতুল তোমাৰ ল'ৰা। মই ক্ৰমে ক্ৰমে বুজি উঠিছোঁ মোৰ ভৱিষ্যৎ অনিশ্চিত। ভৱিষ্যতৰ কথা কোনেও ক'ব নোৱাৰে, ঠিক। কিন্তু ৰাতুলক লৈ মোৰ ভৱিষ্যতৰ পৰিকল্পনা আৰু অনিশ্চিত। মই একো পৰিকল্পনা কৰিব নোৱাৰো। তাৰ কথা মই জনাৰ উপায় নাই। মাতৃ-হৃদয়ৰ স্বভাৱসুলভ অনুভূতিৰে মই কেৱল শংকিত হৈছোঁ। মোৰ অন্তৰ কেৱল কঁপি উঠে। তুমিও মোৰ কাষত নাই আৰু মই ৰাতুলকো বুজি নাপাওঁ।

মই নাজানো মোৰ কি হ'ব। তোমাৰ কথা মই পালন কৰিবলৈ চেষ্টা কৰিছোঁ। আৱেগেৰে বিচাৰ কৰা নাই, বাস্তৱৰ আধাৰতে কথাবোৰ জুকিয়াই চাবলৈ চেষ্টা কৰিছোঁ। তথাপি মই এগৰাকী মাতৃও।

এক অস্থিৰ আৰু অশান্ত মনেৰে কমা ভিতৰলৈ উঠি গ'ল।

(পাঁচ)

মাকৰ কথাখিনি শুনি বাতুল আশ্বস্ত হ'ব পাৰিলেনে নাই সি নিজেও যেন বুজি নাপালে। তাৰ মনত এটা খু-দুৱনি থাকি গ'ল। বৰু খুড়ীয়ে আৰু বহুতো কথাই কৈছিল। সেই সকলোবোৰ কথা মাকক সি কোৱা নাই। সেইবোৰ কথা শুনিলে হয়তো মাকে মনত দুখ পাব পাৰে। তাৰ কেতিয়াবা জানিবৰ মন যায় দেউতাকৰ এনেকৈনো কোনো আপোন মানুহ নাইনে? দেউতাক তাৰ মানে সকলো কালে অকলশৰীয়া? হঠাতে দেউতাকৰ প্ৰতি তাৰ মনত গভীৰ শ্ৰদ্ধা আৰু মৰম উথলি উঠিল। এজন নিঃসংগ লোকে অকলশৰে অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰি গৈছিল। অন্যায়-দুৰ্নীতিৰ বিৰুদ্ধে আপোচহীন সংগ্ৰামত ক্ষত-বিক্ষত হৈও তেওঁ পৰাজয় স্বীকাৰ কৰা নাছিল। দেউতাকক লৈ সি সঁচাকৈয়ে গৌৰৱ কৰিব পাৰে।

সিদিনা ৰবীন মামাই ঠিকেই কৈছিল। দেউতা আছিল হেনো ইবচেনৰ নাটকৰ নায়ক ড° ষ্টকমেন। ৰবীন মামায়ে মোক পঢ়িবলৈ দিছিল ইবচেনৰ 'এনিমি অফ দ্য পিপল' নাটকখন। পঢ়ি উঠি মই বাৰে বাৰে আওৰাইছিলো ড° ষ্টকমেনৰ সেইষাৰ উক্তি : The strongest man in the world is he who stands alone. পৃথিৱীত সেইজনেই সবাতোকৈ শক্তিশালী মানুহ যিয়ে অকলশৰে থিয় দিয়ে। ৰবীন মামাৰ কথা হয়তো সঁচা। দেউতা সেইজন মানুহেই আছিল। "যদি তোৰ ডাক শুনে কেউ না আসে তবে একলা চলৰে।"

দেউতাৰ সাহস, দেউতাৰ আদৰ্শনিষ্ঠাক মই শ্ৰদ্ধা কৰোঁ সঁচা, কিন্তু এই একক যুদ্ধত ক্ষত-বিক্ষত দেউতাৰ শেষ পৰিণতিয়েও মোক সময়ে সময়ে বিষন্ন কৰি নোতোলাকৈ নাথাকে। দেউতাৰ সেই কথা মনলৈ আহিলে মোৰ ভাব হয় ক'ৰবাত যেন দেউতাৰ ভুল হৈছিল। হয়তো কৌশলগত ভুল, হয়তো পন্থাৰ ভুল।

আজিও দেউতাৰ শেষ দিনটোৰ কথা মনত পৰিলে মোৰ হৃদয় দগ্ধ হয়। জোৰত ফাটি পৰিবৰ মন যায়।

দুদিন আগৰেপৰা দেউতাৰ মুখৰ মাত বন্ধ হৈ গৈছিল। মুখ ফুটাই দেউতাই একো ক'ব পৰা নাছিল। দেউতাৰ ওচৰত মা অনবৰত লাগি আছিল। দেউতাই যাৰ

হাতখনত খামুচি ধৰি আছিল। দেউতাৰ কোটৰগত চকুহালত এক করুণ আকুতি ফুটি উঠিছিল। মই ঠিক বুজি পোৱা নাছিলো। অব্যক্ত যন্ত্ৰণাত দেউতাৰ দীৰ্ণ-শীৰ্ণ মুখখন কুঞ্চিত হৈ পৰিছিল। এহাতেৰে মাৰ হাত আৰু আনখন হাতেৰে মোৰ হাতখন খামুচি ধৰি দেউতাই কিবা এটা ক'বলৈ আপ্ৰাণ চেষ্টা কৰিছিল। ওঁঠ দুটা ক্ষন্তেকৰ বাবে কঁপি উঠিছিল, মুখেৰে কৰ্কশ গেঙনি এটা বাহিৰ হৈছিল আৰু কোটৰগত দুচকুৰপৰা নিগৰি ওলাই আহিছিল দুটোপালমান চকুলো। মই চাই আছিলো।

অসহায় যন্ত্ৰণাকাতৰ সেইখন মুখ মই জীৱনত নাপাহৰোঁ। অফুৰন্ত প্ৰাণশক্তিৰে ভৰপূৰ, অন্যায়ৰ বিৰুদ্ধে নিৰ্ভীকভাৱে যুঁজ দিয়া এজন মানুহৰ এয়া কি করুণ পৰিণতি! তেতিয়া অৱশ্যে মই ইমান বুজা হোৱা নাছিলো।

মই মাথোঁ দেখিছিলো কেইটামান মুহূৰ্তৰ ভিতৰতে মোৰ পৃথিৱীখন সম্পূৰ্ণ সলনি হৈ গৈছিল। দেউতাৰ জীৱনবন্তি নিৰ্বাপিত হৈছিল। মাই পাগলীৰ দৰে মূৰৰ চুলি ছিঙি দেউতাৰ বুকুত পৰি কান্দিছিল। মাক সান্ত্বনা দিবলৈ সেই সময়ত ওচৰত আছিল মাথোঁ দেউতাৰ একালৰ প্ৰিয় ছাত্ৰ দুজন। সৌৰভদা আৰু সীমান্তদাই মাক ধৰি ৰাখিব পৰা নাছিল। ওচৰ-চুবুৰীয়া কোনো অহা নাছিল।

মোৰ মনত পৰে মই হতবাক হৈ বৈ আছিলো। মই কন্দা নাছিলো। কান্দিবলৈ যি সংবেদনশীলতা, যি অনুভূতিৰ প্ৰয়োজন হয় মই যেন তাৰপৰা বহু বহু আঁতৰত।

মই একান্তভাৱে অনুভৱ কৰিছিলো মই কন্দা উচিত, মই কান্দিলে হয়তো মাই সান্ত্বনা পাব। মই আপ্ৰাণ চেষ্টা কৰিছিলো কান্দিবলৈ। মই কান্দিবলৈ যিমানে চেষ্টা কৰিছিলো সিমানেই মই অনুভৱ কৰিছিলো মই যেন মোৰ সন্মুখত দেখি থকা দৃশ্যটোৰপৰা বিচ্ছিন্ন হৈ আঁতৰি গৈছোঁ। মই আঁতৰি গৈ আছোঁ আৰু দূৰৰপৰা এখন ছবিৰ দৰে মই দৃশ্যটো চাই আছোঁ। কোনোবা বিখ্যাত শিল্পীয়ে অঁকা এখন ছবি।

অলপ আগতে এজন মানুহৰ মৃত্যু ঘটিছে। অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ গৈ, মানুহৰ ভুল শুধৰাবলৈ গৈ মানুহৰ নিষ্ঠুৰতা আৰু নিৰ্মমতাৰ বলি হৈ মানুহজনে মৃত্যুক সাবটি ল'লে। মৃত্যুও তেওঁৰ বাবে তুচ্ছ হৈ পৰিল। তেওঁ বেঁকা নহ'ল, তেওঁ আপোচ নকৰিলে, তেওঁ হাৰ নামানিলে। সকলোৱে তেওঁক ভুল বুজিলে। তেওঁ কিন্তু একোকে ভ্ৰূক্ষেপ নকৰিলে।

সেই মানুহজনক হত্যা কৰা হ'ল। নিকৰুণ মৃত্যুৰ মুহূৰ্তত তেওঁৰ ওচৰত তেওঁৰ পত্নীয়ে হিয়া ঢাকুৰি কান্দিছে। তেওঁৰ ওচৰত কোনো নাই। এই বিশাল পৃথিৱীখনত ইমানবোৰ মানুহ অথচ এই মুহূৰ্তত তেওঁৰ ওচৰত থিয় হ'বলৈ কোনো নাই।

এক আচৰিত উপলব্ধি মোৰ মনলৈ আহিল। এক বৃহদাকাৰ প্ৰশ্ন মোৰ সন্মুখত যেন থিয় হ'ল। সত্য-ন্যায়-আদৰ্শ এইদৰে নিঃসংগ নেকি?

মোৰ সম্বিৎ ঘূৰি আহিল। আকস্মিক তড়িৎ-প্ৰবাহত জঠৰ হৈ পৰা মোৰ কিশোৰ মনটো ধীৰে ধীৰে যেন সুস্থিৰ অৱস্থালৈ ঘূৰি আহিল। মই মাক সাবটি ধৰিলো। মই মাক বুজাব খুজিলো মাৰ ওচৰত মই আছোঁ। মা নিঃসংগ নহয়। মোৰ মুখেৰে স্বতঃস্ফূৰ্তভাৱে ওলাই আহিল : মা, তুমি চিন্তা নকৰিবা, মই দেউতাৰ দৰে হ'ম।

দেউতাক শ্মশানলৈ নিব লাগে। সৌৰভদা আৰু সীমান্তদাই মানুহ বিচাৰি ওলাই গৈছে। শ্মশান-যাত্ৰাৰ বাবে মানুহ। এঘণ্টামানৰ মূৰত তেওঁলোক দুয়ো অকলেই ঘূৰি আহিল। কাকো নাপালে। চুবুৰিৰ কোনো মানুহ নাহিল। সেইদিনা অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ কাৰ্যসূচী অনুসৰি বিৰাট শোভাযাত্ৰাৰ আয়োজন চলিছে। তাঁলৈকে আবাল-বৃদ্ধ-বণিতা মাৰ বাহিৰি ওলাইছে। চুবুৰি সম্পূৰ্ণ উদং। দুজনমানে সৌৰভদা আৰু সীমান্তদাক হেনো স্পষ্টভাৱে কৈয়েই দিছে : দেউতা আন্দোলনৰ বিৰোধী, দেউতাক সামাজিকভাৱে বৰ্জন কৰা হৈছে। গতিকে তেওঁলোক যাব নোৱাৰে।

দুঘণ্টামানৰ পিছত দেউতাৰ মৃতদেহ শ্মশানলৈ নিয়াৰ ব্যৱস্থা কৰা হ'ল। মা আধা-মৰাৰ দৰে পৰি আছে। সৌৰভদা আৰু সীমান্তদাই সকলোবোৰ যোগাৰ কৰিছে। আজীৱন দেশৰ কথা চিন্তা কৰা, দহৰ কথা চিন্তা কৰা দেউতাৰ শ্মশান-যাত্ৰাৰ সঙ্গী মোৰ বাহিৰে পাঁচজন মানুহ। সৌৰভদা, সীমান্তদা, মতিলাল বিশ্বাৱলা, নন্দবাবু আৰু হৰকিষণ পাণদোকানী।

চাঙীত তুলি লৈ যোৱা দেউতাৰ মৃতদেহৰ পিছে পিছে নিস্চুপে মই গৈ আছোঁ। সৌৰভদাই মোৰ কান্ধত ধৰি আহিছে।

শ্মশানলৈ প্ৰায় দুই কিলোমিটাৰ বাট। ইতিমধ্যে অসমৰ অস্তিত্ব ৰক্ষাৰ হকে বৃহৎ এক শোভাযাত্ৰা পাৰ হৈ যোৱালৈ বাট চাই আমি ৰৈ আছোঁ।

বিৰাট দীঘল শোভাযাত্ৰা। শোভাযাত্ৰাকাৰীসকলৰ মাজত আমাৰ চুবুৰিৰ চিনাকি মানুহ কেবাজনকো দেখিছোঁ। দুই-এজনে কৌতূহলেৰে আমাৰ ফালে চাই গৈছে। কোনোবাজনে মোলৈ চাই পুতৌ প্ৰকাশ কৰি গৈছে : সৰু হৈ থাকিল ল'ৰাটো। কেইজনমানে আকৌ মন্তব্য দিছে : ভাল হৈছে, দেশদ্ৰোহী বদনৰ এনে গতিয়েই হোৱা উচিত। চালা কমিউনিষ্ট। ইহঁত শেষ হ'লেহে দেশখন ঠিক হ'ব।

আমাৰ ওচৰেৰে পাৰ হৈ যোৱা মানুহবোৰৰ মন্তব্যবোৰ মই নিস্চুপে শুনি আছোঁ। সীমান্তদাৰ খং উঠিছিল। এজনক কিবা এটা ক'ব খুজিছিল। সৌৰভদা আৰু নন্দবাবুৱে শান্ত কৰি ৰাখিলে। নহ'লে হয়তো কিবা অঘটনেই ঘটি গ'লহেঁতেন।

মোৰ আজিও স্পষ্ট মনত আছে মানুহবোৰৰ মন্তব্যত মই ক্ষুণ্ন হোৱা নাছিলো, মোৰ খঙো উঠা নাছিল। মই কেৱল বিষন্ন হৈছিলো। মোৰ কণমানি কিশোৰ হৃদয় যেন ডাঠ ক'লা বিষাদেৰে ভৰি পৰিছিল। কিয় মোৰ তেনে অনুভৱ হৈছিল মই নাজানো।

বাৰে বাৰে এটা উপলব্ধিয়েই মাথোঁ মোৰ মনক অসহনীয় ৰূপত পীড়া কৰিছিল। এটা বিষাদসিক্ত উপলব্ধি ঃ সত্য-ন্যায়আদৰ্শ এইদৰেই নিসংগ নেকি ? এইদৰেই এৰি থৈ যায় সকলোৱে নিঃসংগভাৱে বাটৰ দাঁতিত সত্য-ন্যায়-আদৰ্শক ?

শ্মশানত দেউতাৰ চিতাৰ ওপৰত দাউ-দাউকৈ জ্বলা জুইকুৰাৰ কম্পমান শিখাবোৰলৈ চাই থাকি মোৰ মনৰপৰা বিষাদৰ ছাঁ আঁতৰি গৈছিল। ভাবি মই আজিও আচৰিত হওঁ। মোৰ চকুৰ আগত চিতাৰ জুয়ে মোৰ দেউতাৰ শৰীৰ ভস্মীভূত কৰি পেলাইছে অথচ মোৰ দুখ লগা নাই। মোৰ দুখ লগা নাই, মই কন্দাও নাই। চিতাৰ জুইৰ শিখাৰ উত্তাপে মোৰ হৃদয়ত থিতাপি লোৱা ডাঠ ক'লা বিষাদবোৰ যেন বাষ্পীভূত কৰিছে। মই মনত পেলালো মই মাক কথা দিছোঁ মই দেউতাৰ দৰে হ'ম।

সত্য-ন্যায়-আদৰ্শ নিঃসংগ নহয়।

(ছয়)

সেইবোৰ অতীতৰ কথা। আন্দোলন এতিয়া শাম কাটিছে। সুকঠিন সময়ৰ পৰীক্ষাৰ অন্ত পৰিছে। কালৰ খেয়ালত আন্দোলনৰ নায়কসকলেই এতিয়া শাসনৰ গাদীত অধিষ্ঠিত। আবেগ-উচ্ছ্বাসৰ ঢৌৰে অসমৰ ইমূৰৰপৰা সিমূৰলৈ ঢৌৱাই নিছে। অসমে দ্বিতীয়বাৰ স্বাধীনতা লাভ কৰিছে। এয়াহে হেনো প্ৰকৃত স্বাধীনতা। সৰ্বসাধাৰণ লোকৰ প্ৰত্যাশাৰ অন্ত নাই। সুদীৰ্ঘ কালৰ অস্থিৰতাৰ অন্ত পৰিছে। সোণৰ অসম গঢ়োঁতাসকলৰ হাতত্তে এতিয়া সকলো ক্ষমতা। নতুন নতুন আঁচনিৰ ঘোষণাৰে তেওঁলোকে ইতিমধ্যে চমক লগাইছে। কেউপিনে উৎসাহ-উদ্দীপনাৰে উদুলি-মুদুলি পৰিবেশ। নেতাসকলে অসমৰ ইমূৰৰপৰা সিমূৰলৈ ফুলৰ মালা পিন্ধি অভিনন্দন লৈ ফুৰিছে।

কিন্তু কি হ'ব, উচ্ছ্বাস উচ্ছ্বাসেই। আবেগ-উচ্ছ্বাস আৰু বাস্তৱ একে নহয়।

মোহভংগৰ পৰ্ব আৰম্ভ হ'বলৈ সৰহ দিন নালাগিল। এবছৰ হ'ল কি নহ'ল আৰম্ভ হ'ল অনিয়ম-দুৰ্নীতিৰ অবাধ ৰাজত্ব। লংকালৈ গ'লে সকলোৱেই ৰাৱণ হয়। সোণৰ অসম গঢ়োঁতাসকল মত্ত হৈ পৰিল নিজৰ নিজৰ সোণৰ সংসাৰ গঢ়ি তোলাত। ক্ষমতা, গাদী, সুযোগ সদায় নাহে। এবাৰ হাতলৈ আহিলে তাৰ সদ্‌ব্যৱহাৰ কৰিব লাগে। নিজৰ আৰু লগতে আত্মীয়-স্বজনৰ সা-সুবিধাবিলি এই সুযোগতে কৰি নল'লে পিছত মূৰ অকলিয়াই থাকিলেও নচলিব।

চাওঁতে চাওঁতে দুটা বছৰৰ ভিতৰতে দেখোন কিমন হৈ গ'ল। ওপৰলৈ থুৱালে নিজৰ মুখতে পৰে। সৰ্বসাধাৰণ লোক বিভ্ৰান্ত হৈ পৰিল। সুদীৰ্ঘ কালৰ অশেষ ত্যাগ-কষ্টৰ অন্তত তেওঁলোকে এয়া কি পালে!

যিবিলি কথা কোৱাৰ বাবে হৰেকৃষ্ণ চৌধুৰী নামৰ কলেজৰ শিক্ষকজন আন্দোলনকাৰীসকলৰ বাবে হৈ পৰিছিল দুৰ্ঘোৰ শত্ৰু সেই একেবিলি কথা এতিয়া বাটে-ঘাটে আন্দোলনৰ উগ্ৰ সমৰ্থকসকলেও দেখোন ক'বলৈ আৰম্ভ কৰিলে।

এয়াই নেকি ইতিহাসৰ শিক্ষা? বাস্তৱনিৰ্ভৰ যুক্তিৰদ্বাৰা পৰিচালিত নহৈ অকল আবেগ-উচ্ছ্বাস আৰু হুজুগৰ ঢৌত উটি যোৱা মানুহক ইতিহাসে এইদৰে শিক্ষা দিয়ে? ইতিহাস মানেই তো সময়। সময়ৰ শিক্ষা মানুহে গ্ৰহণ কৰেনে বাৰু?

সময়ৰ শিক্ষা যিয়ে গ্ৰহণ কৰে জুয়ে পোৰা সোণৰ দৰে সি উজ্জ্বল হয়। এয়াই নিয়ম।

(সাত)

কমাই চাকৰি বিচাৰি ফুৰাৰ চেষ্টা ত্যাগ কৰিলে। জীৱনে তাইক ভালকৈয়ে শিকাইছে। তথাপি তাই হাৰ মনা নাই। তাই ভাগিও পৰা নাই। হৰেকৃষ্ণ চৌধুৰী নামৰ মানুহজন, যাক তাই স্বামীৰ ৰূপত পাইছিল তেওঁৱেই আজিও তাইৰ ফ্ৰেণ্ড-ফিল'চ'ফাৰ-গাইড। ... কোনো পৰিস্থিতিতেই হাৰ নামানিবা। হাৰ মনাটো মানুহৰ কথা নহয়। এশজনে ক'লে বুলি, এশজনে কৰিলে বুলি ভুল এটা শুদ্ধ হ'ব নোৱাৰে, অন্যায় ন্যায় হ'ব নোৱাৰে। অকলশৰে যুদ্ধ কৰিবলৈহে সাহস লাগে, ভেড়াৰ দৰে জাকৰ মাজত গৈ থাকিবলৈ তো সাহসৰ প্ৰয়োজন নাই। অন্যায়ৰ সৈতে আপোচ নকৰিবা। এইবোৰ কিতাপৰ কথা বুলি নাভাবিবা। ...

তেওঁৰ কথাবোৰে তাইক সাহস দিয়ে। চৌধুৰীৰ প্ৰিয় ছাত্ৰ সীমান্ত আৰু সৌৰভে তাইৰ খা-খবৰ কৰে। টিউচনৰ টকাকেইটাৰে তাইৰ সংসাৰ চলি যায়। তাই ভাল শিকায় বুলি ইতিমধ্যে তাইৰ নাম হৈছে। ছোৱালীবোৰে তাইক বৰ ভাল পায়। ৰাতুলক হোষ্টেলত থোৱাৰপৰা কষ্ট অলপ বেছি হৈছে হয়। আগতে একেলগে আছিল, খৰচ কম আছিল। হোষ্টেলত ৰাখি পঢ়ুৱাৰ খৰচ অলপ আছেই। ৰাতুল যাব খোজা নাছিল। নাই মা, ইমান কষ্ট তুমি কৰিব নালাগে। কিমান টকা লাগিব তুমি ভাবি চোৱাচোন। তাতকৈ ইয়াতে পঢ়িম।

সি তো ক'বই। পিছে ইমান ভাল ৰিজাল্ট কৰাৰ পিছত ভাল কলেজত পঢ়িবলৈ নাপালে গোটেই জীৱনলৈ আপচোচ থাকি যাব। তুমি চিন্তা কৰিব নালাগে। টকাৰ যোগাৰ হৈ যাব। তুমি ভালদৰে পঢ়া। দেউতাৰাৰ কথা মনত ৰাখিবা।

সিদিনাৰ ল'ৰা ৰাতুল এতিয়া কলেজ পালে। ভাবি তাই নিজেই আচৰিত হয়। কেনেকৈ যে সময়বোৰ পাৰ হৈ যায়! কেনেকৈ যে পৰিৱৰ্তন আহে! ৰাতুলক লৈয়ে তাইৰ পৃথিৱীখন। কোনোদিনে আঁতৰত নথকা ৰাতুলক হোষ্টেলত থৈ তাই অকলশৰে প্ৰথম কেইটামান দিন কেনেকৈ যে কটাইছিল! ছট-ফটাই ফুৰিছিল, অস্থিৰ হৈছিল। ৰাতি হ'লে টোপনি নাহে। দিনটো ব্যস্ততাৰ মাজত কাটি যায়। ৰাতি বিছনাত পৰিলে নানা চিন্তাই জুমুৰি দি ধৰে। ৰাতুলক লৈ চিন্তা। কেনেকৈ আছে, কি কৰিছে ল'ৰাটোৱে? হোষ্টেলৰ পৰিৱেশত খাপ খাব পাৰিছেনে নাই ল'ৰাটোৱে? সি আজিকালি ইমান কম কথা কয়, লগৰ ল'ৰাবোৰৰ সৈতে মিলিব পাৰিবনে বাৰু? কম কথা কোৱা ল'ৰাবোৰক আকৌ বহুতে ভুল বুজে নহয়!

সীমান্ত আৰু সৌৰভেহে কমাক আশ্বস্ত কৰাৰ চেষ্টা কৰে। মাহীদেউ, আপুনি এনেয়ে ইমান চিন্তা কৰে। ৰাতুল বৰ হুঁচিয়াৰ ল'ৰা। সকলোফালে সি ঠিক। আপুনি তাৰ কাৰণে অকণো চিন্তা নকৰিব।

কোনোবাই ক'লে বুলিয়ে আনৰ চিন্তা নকৰাকৈ থাকিব পাৰি ? তাতে ৰাতুল আজিকালি ক্ৰমে ক্ৰমে যেন তাইৰ বাবে দুৰ্বোধ্য হৈ আহিছে। ইমান কম কথা কোৱা হৈছে আজিকালি সি ! কিনো চিন্তা কৰি থাকে জানো ! কিতাপো যে সি পঢ়ে আৰু ! তাই নাম নুশুনা লেখকৰ, তাই নজনা-নুবুজা বিষয়ৰ কিতাপ। দেউতাকৰ কিতাপবোৰ তো শেষেই কৰিলে প্ৰায়।

তোমাৰ ল'ৰাই কি কৰে মই নাজানো। সি কি হ'বলৈ আগবাঢ়িছে তাকো মই নাজানো। তুমি কৈছিলা তাক তুমি হেনো ডাক্তৰী পঢ়ুৱাবা। তোমাৰ আকাংক্ষা আছিল ৰাতুলক এজন সৎ ডাক্তৰ কৰি গঢ়ি তোলাৰ। অৱশ্যে লগতে তুমি এইটোও কৈছিলা যে সি ডাঙৰ হৈ বা নিজে কি কৰিব খোজে ! তুমি মোক প্ৰায়েই কৈছিলা জীৱিকাৰ জৰিয়তে মানুহক প্ৰত্যক্ষভাৱে সেৱা কৰাৰ সুযোগ থকা একমাত্ৰ বৃত্তি হ'ল এই ডাক্তৰীয়ে। সমাজৰ বিভিন্ন স্তৰৰ মানুহক জনা-বুজাৰ সুযোগ থকা বৃত্তিও এইটোৱেই। পিছে এইটো তোমাৰহে ইচ্ছা।" তোমাৰ ইচ্ছা জোৰকৈ জাপি দিলে তো নহ'ব।

ৰাতি বিচনাত শুই শুই তুমি খলিল জিব্ৰানৰ 'দ্য প্ৰফেট' নে কি কিতাপ এখন পঢ়ি আছিলা। খলিল জিব্ৰান আকৌ তোমাৰ প্ৰিয় লেখকৰ এজন। খলিল জিব্ৰানে লিখা কথা তুমি মোক বুজাইছিলা। সন্তানৰ মাজেৰে পিতৃ-মাতৃয়ে নিজৰ অপূৰ্ণ আশা-আকাংক্ষা চৰিতাৰ্থ কৰিবলৈ বিচাৰে। সেয়া শুদ্ধ নহয়। সন্তান এটিৰ জন্ম মানে এক সম্পূৰ্ণ স্বাধীন সত্তাৰ জন্ম। পিতৃ-মাতৃ হিচাপে আমি তাক আইন একো কৰি দিব নোৱাৰো। মাথোঁ তাক বহল পৃথিৱীখন দেখুৱাই দিব পাৰো। সি কি হ'ব সেয়া সম্পূৰ্ণ তাৰ নিজৰ কথা। তাৰ ভৱিষ্যৎ গঢ়ি দিবলৈ যোৱাৰ অৰ্থ তাৰ স্বাধীনতা খৰ্ব কৰা।

'প্ৰফেট'খনৰ পঢ়ি শুনোৱা কথা কেইশাৰী মোৰ আজিও মনত আছে। পিছত এটা টোকা-বহীত লিখি ৰাখিছিলো।

'তোমালোকৰ সন্তানবোৰ নহয় তোমালোকৰ সন্তান।
জীৱনৰ নিজৰ বাবেই থকা বাসনাৰ সন্তান সিহঁত।
তোমালোকৰ জৰিয়তে আহিছে যদিও, তোমালোকৰপৰা অহা নাই।
তোমালোকৰ সৈতে থাকিলেও সিহঁত তোমালোকৰ নহয়।
তোমালোকে সিহঁতক ভালপোৱা দিব পাৰা,
তোমালোকৰ চিন্তাক নহয়,
কিয়নো সিহঁতৰ নিজৰেই চিন্তা-চৰ্চা আছে,
সিহঁতৰ দেহাবোৰ ঘৰত ৰাখিব পাৰা,

সিহঁতৰ আত্মাক নহয়,
কিয়নো সিহঁতৰ আত্মাবোৰ বাস কৰে
অনাগত ভৱিষ্যৰ আবাস গৃহত,
য'লৈ আনকি তুমি সপোনৰ বাটেৰেও যাব নোৱাৰিবা।
সিহঁতৰ দৰে হৈ উঠিবলৈ প্ৰয়াস কৰিব পাৰা তোমালোকে,
কিন্তু তোমালোকে সিহঁতক নিজৰ নিচিনা কৰি তুলিবলৈ ইচ্ছা নকৰিবা,
কিয়নো জীৱন পিছ হুঁহকি নাযায়,
আৰু অতীতৰ সৈতে ক'তো থমকি নৰয়।'

মই ইমানবোৰ কথা বুজি নাপাওঁ। মাতৃ হিচাপে সন্তানৰ প্ৰতি হৃদয়ৰ গভীৰৰ-পৰা উৎসাৰিত মমতাৰ কথা মই বুজি পাওঁ। প্ৰবৃত্তিগতভাৱে সন্তানৰ মংগল-অমংগলৰ প্ৰতি সদা-সতৰ্ক হৈ থকা কথা বুজি পাওঁ। কিন্তু ইয়াৰ অলক্ষিতে সন্তানৰ মনৰ জগতত কি পৰিবৰ্তন ঘটে তাৰ সকলো সঠিক উমান মই নাপাওঁ। পোৱা কথাও নহয়।

সিবাৰ গৰমৰ বন্ধত বাতুল আহোঁতে মই তাক নিবিড়ভাৱে লক্ষ্য কৰিবলৈ চেষ্টা কৰিছিলো। বাহিৰৰপৰা একো গম নাপাওঁ। একো ধৰিব নোৱাৰোঁ। বাহিৰত সি একেই আছে। কথা কম কয় ঠিকেই, সেইবুলি মোৰ প্ৰতি তাৰ ভাৱনা, মোৰ প্ৰতি তাৰ উদ্বেগৰ কম হোৱা নাই। মোৰ অকণমান অসুখ বুলিলে সি হুলস্থুল লগায়। মই তাক গোটো ভাল নহয় বুলিও ক'ব নোৱাৰোঁ।

মোৰ আজিকালি কি জানো এটা অভ্যাস হৈ গৈছে। মোৰ বিছনাৰ ওচৰত থকা তোমাৰ ফটোখন চাই থাকিলে মই ক'ব নোৱৰা হৈ যাওঁ। তুমি আহি মোৰ সন্মুখত থিয় হোৱা। তুমি মোক পুৰণি কথাবোৰ কোৱা। তোমাৰ নিজৰ কথা, মোৰ কথা, বাতুলৰ কথা আৰু অইনৰ বহুতো কথা। তুমি কেতিয়াবা দুষ্টালিও কৰা। তুমিও তো কম দুষ্ট নহয়।

সেইদিনাও মই তোমাৰ কথা শুনি তন্ময় হৈ বৈ আছোঁ। মোৰ খেয়ালেই নাই। বাতুল দেখোন ঘৰতেই নাছিল। সি তো বাহিৰলৈ ওলাই গৈছে। কেতিয়ানো উভতি আহিল জানো ? সি মোৰ ওচৰত থিয় হৈ আছে। সি দেখোন মোৰ ফালে থৰ লাগি চাই বৈ আছে। মই তাক দেখি উচপ খাই উঠিলো।

মই তাৰ মুখৰ ফালে চাই অপাৰ বিস্ময়ত হতবাক হৈ ৰ'লো। তাৰ চকুৰে পানী বৈ আছে। মোৰ ফালে থৰ লাগি চাই আছে আৰু সি কান্দিছে। বাতুলে কান্দিছে ! মোৰ বুকুখন মোচৰ খাই গ'ল। কলেজত পঢ়া বাতুল আৰু তাৰ চকুত চকুপানী ! মই অস্থিৰ হৈ পৰিলো। মই বিহ্বল হৈ পৰিলো। কি হ'ল সোণ, কি হৈছে তোমাৰ ?' মই এক্ষেজাঁপে উঠি গৈ বাতুলৰ হাতখনত ধৰিলো।

সি অপ্ৰতিভ হ'ল। লৰালৰিকৈ সি হাতেৰে চকুপানী মচি পেলালে। একো হোৱা নাই মা, একো হোৱা নাই। সি হাতখন একবাৰ মোৰপৰা আঁতৰি গ'ল। মই তাক কোনো ধৰণৰ পীড়া-পীড়ি নকৰিলো। মই ভীষণ অসহায় অনুভৱ কৰিলো। কি হৈছে ৰাতুলৰ ?

গধূলি সৌৰভ আহিছিল। সৌৰভৰ সৈতে ৰাতুলে স্বাভাৱিকভাৱেই কথা-বতৰা পাতিছে। মোৰহে মনটো ঠিক লাগি থকা নাই। এপাকত অকলে পাই সৌৰভক সুধিলো ঃ ৰাতুলৰ কি হৈছে কিবা গম পোৱানে ? সৌৰভ আচৰিত হোৱাদি হ'ল। ক'তা, একো তো হোৱা নাই ৰাতুলৰ।

একো হোৱা নাই বুলিয়ে আশ্বস্ত হ'বলৈ চেষ্টা কৰিলো যদিও মোৰ মনৰ অস্থিৰতা আঁতৰ নহ'ল। মই আলেগে-আলেগে তাক লক্ষ্য কৰি থাকিলো। পিছদিনা ৰাতুল নথকা অৱস্থাত মই এটা নকৰিব লগীয়া কাম কৰি পেলালো। তাৰ কোঠাটোত সোমাই তাৰ কিতাপ-পত্ৰবোৰ মই খুচৰিবলৈ আৰম্ভ কৰিলো। তুমি এনে কাম খুব বেয়া পোৱা বুলি জানো। তুমি বিশ্বাস কৰা ৰাতুলক মই একো সন্দেহ কৰা নাই। তাৰ প্ৰতি মই গভীৰ মমতা অনুভৱ কৰিছোঁ। নিশ্চয় সি কিবা এক গভীৰ সংশয় কিম্বা সংকটত পৰিছে। সি সেই কথা মোৰ আগত প্ৰকাশ কৰিব পৰা নাই। সি কিমান যন্ত্ৰণা পাইছে ভাবি চোৱাচোন। মই তাক সহায় কৰিব লাগিব। তুমি তো তাৰ লগত নাই। এইটো বয়সত দেউতাকেই ল'ৰাৰ অন্তৰংগ বন্ধু হ'ব পাৰে। সি দুৰ্ভগীয়া। সেই অভাৱ মই পূৰোৱাৰ চেষ্টা তো কৰিবই লাগিব।

ৰাতুলৰ কিতাপ-পত্ৰৰ দ'মটোৰ মাজত মই এটা সৰু ডায়েৰি আৱিষ্কাৰ কৰিলো। লোকৰ ডায়েৰি মনে মনে পঢ়াটো বৰ অন্যায়। তুমি তো এনে কাম খুব বেয়া পোৱা। তোমাৰ কথা মনত পৰাত কিঞ্চিৎ সংকুচিত হ'লো। কিন্তু বেয়া-ভালৰ বিচাৰ প্ৰয়োজনৰ ওপৰতহে নিৰ্ভৰ কৰে। আগবেলাৰ ঘটনাটোৱে মোক অস্থিৰ কৰি তুলিছে। ৰাতুলৰ এনেকুৱা অৱস্থাত তুমিও নিশ্চয় তাকেই কৰিলাহেঁতেন।

মই ডায়েৰিখন খুলিলো। ডায়েৰিখন বি ঠাইত খোল খালে তাৰপৰা এখন চিঠি ওলাই মাটিত পৰিল। মই চিঠিখন তুলি লৈ স-সংকোচে খুলি চালো। সৰু চুটি চিঠি এখন। প্ৰায় সাংকেতিক ভাষাত লেখা। মই বিশেষ একো যুক্তি নাপালো।

*কথাটো দ্বিতীয়বাৰৰ বাবে ভাবি চাবা। কৰিব পৰা কাম আৰু বহুতো আছে। বহু বৰ্ণাঢ্য এই জীৱন। জীৱনটো মাথোঁ এবাৰহে পোৱা হয়। মই মোৰ কথাহে কৈছোঁ। তুমি মোতকৈ বেছি জানা, বেছি বুজা। গতিকে তোমাক মই কিবা বেলেগ ক'বলৈ মোৰাৰ সাহস নাই।*

*তোমাৰ কিতাপখন মই দুই-এদিনতে ঘূৰাই দিম।*
*আকৌ কৈছোঁ ভাবি চাবা।*
*আন্তৰিক প্ৰীতি আৰু শুভেচ্ছাৰে,*

*তোমাৰ বন্তি*

কোন এই বন্তি ? কি কথা দ্বিতীয়বাৰ ভাবি চাবলৈ কৈছে বন্তিয়ে ? বন্তি অকল বান্ধৱীয়ে নে আন কিবা ? কিবা ভুল কৰিবলৈ ওলাইছে নেকি ৰাতুলে ?

মই একো বুজিব নোৱাৰিলো।

লৰালৰিকৈ ডায়েৰিখনৰ পাত লুটিয়াবলৈ লাগিলো। দুদিন আগতে লেখা পৃষ্ঠাটোত মই এইখিনি কথা পঢ়িলো: মই সিদ্ধান্ত লৈ পেলাইছোঁ। বন্তিয়ে লেখিছে জীৱন বৰ্ণাঢ্য। হয়, জীৱন বৰ্ণাঢ্য। এই বৰ্ণাঢ্য জীৱনক আৰু অধিক বৰ্ণময় কৰিবলৈকে তো মোৰ এই সিদ্ধান্ত।

ডায়েৰিখনৰ আৰু পাত লুটিয়াব খুজিছিলোহে তেনেকুৱাতে বাহিৰত নঙলা খোলাৰ শব্দ শুনিলো। নিশ্চয় ৰাতুল আহিছে। মই খপজপকৈ ডায়েৰিখনৰ ভিতৰত চিঠিখন সুমুৱাই যথাসম্ভব ৰাতুলে ধৰিব নোৱৰাকৈ আগৰ ঠাইত থৈ কোঠাটোৰপৰা ওলাই আহিলো। চোৰৰ দৰে নিজৰ ল'ৰাৰ ডায়েৰি আৰু চিঠি এইদৰে চাব লগীয়া হোৱাত মই নিজেই ভীষণ লজ্জিত হ'লো।

কমাৰ সংশয় দুগুণে বৃদ্ধি হ'ল। একমাত্ৰ পুত্ৰৰ প্ৰতি অজানিত আশংকাত বুকু দুক দুক কঁপি উঠিল। তাই কি কৰিব ? তাই কি কৰিব পাৰে ? ৰাতুলক তাই স্পষ্টভাৱে সুধি দিব নেকি ? তাই তাৰ মাক। মাকৰ কথা সি ভাবিবই লাগিব। পুত্ৰ হিচাপে মাকৰ প্ৰতি তাৰো তো এটা দায়িত্ব আছে। সি ক'বই লাগিব তাৰ কি হৈছে। বন্তি কোন ? বন্তিৰ কথা তো তাৰ মুখত আগতে কেতিয়াও শুনা নাই। কোন এই বন্তি ? যি কোনো এগৰাকী বান্ধৱী নে বিশেষ কোনোবা ? এইটো তো ভুল কৰাৰো বয়স। ৰাতুলে কিবা ভুল কৰিবলৈ ওলাইছে নেকি ? নাই, নাই, কথাটো এনেকৈ এৰি দিব নোৱাৰি। কমাই ৰাতুলক স্পষ্টভাৱে সুধি দিব। সুধি দিয়াই ভাল হ'ব। .... মদন দত্তৰ ছোৱালীজনীৰ নামটো কি বাৰু ? নাই, বন্তি তো নহয়। তাইৰ নাম আন কিবাহে। ঘৰত মাজনী বুলি মাতে আৰু ভাল নাম স্মিতা নে কিহে। ... অলকাৰ ভনীয়েকজনীৰ নাম তো তাই জানেই। তাইৰ নাম প্ৰভা। গতিকে বন্তি কোন ? বন্তি নামৰ কোনো ছোৱালীক তাই নাজানে।

(আঠ)

বহু দিনৰ মূৰত মদন দত্ত আহিল সেইদিনা। মানুহজনক কমাই ভাল নাপায় সঁচা, কিন্তু বেয়া পাব লগীয়া কাৰণো একো বিচাৰি নাপায়। আচলতে নাৰীসুলভ স্বাভাৱিক অনুভূতিৰে তাই বুজি পায় মদন দত্তই তাইৰ প্ৰতি অহেতুক আকৰ্ষণ অনুভৱ কৰে। তাই এইটোও বুজি পায় যে মানুহজন দৰাচলতে সৰল। তেওঁৰ সকলো কথাই ধৰিব পাৰি।

তাই তেতিয়া নৱম কি দশম শ্ৰেণীত পঢ়া তেৰ-চৈধ্য বছৰীয়া ছোৱালী। মদন দত্ত বিশ্ববিদ্যালয়ৰ ছাত্ৰ। দেখাই-শুনাই ভাল। লোকৰ মুখত শুনামতে স্বভাৱ-চৰিত্ৰও হেনো বৰ ভাল। পঢ়া শুনাতো চোকা। গতিকে অঞ্চলটোত মদন দত্ত নামৰ ডেকাজন বহুজনৰে আলোচনাৰ বিষয়। সেই মদন দত্ত এদিন তাইৰ মামাক এজনৰ সৈতে সিহঁতৰ ঘৰলৈ ফুৰিবলৈ আহিছিল। স্বাভাৱিকতে দেউতাকহঁতে মদন দত্তক বেছ আহ্লাদেৰে আপ্যায়িত কৰিছিল। বৰকৈ জোৰ কৰিছিল মনৰ ভিতৰতে আকৌ আছে যেন। চাহ-তামোল আদিৰে আপ্যায়ন কৰাৰ ভাৰ তাইৰ ওপৰতে পৰিছিল যদিও তাই মদন দত্তৰ সৈতে সৰহ পৰ কথা-বতৰা পতা নাছিল। আচৰিত কথা এইটোৱে যে প্ৰথম দৰ্শনতে মদন দত্তৰ প্ৰতি কমাৰ মনত এক বিৰূপ ভাৱে ঠাই কৰি লৈছিল। মদন দত্তৰ প্ৰতি তাইৰ মনত কিয় বিৰূপ ভাৱৰ সেইদিনা সৃষ্টি হৈছিল সেই কথা সঠিককৈ তাই আজিও নাজানে।

প্ৰথম দিনাৰ সেই চিনাকিৰ সূত্ৰ ধৰি মদন দত্ত পিছত কেবাদিনো কমাহঁতৰ ঘৰলৈ আহিছিল। তাই লক্ষ কৰিছিল মদন দত্ত আহিলে তাইৰ মাক-দেউতাকহঁত স্বাভাৱিকতকৈ অলপ অধিক উৎফুল্ল হৈ পৰে। তাই আৰু এইটোও লক্ষ কৰিছিল যে মদন দত্তয়ো প্ৰতিবাৰতে প্ৰয়োজনতকৈ অধিক সময় সিহঁতৰ ঘৰত কটাবলৈ যেন ভাল পায়।

আচৰিতভাৱে কমাই অনুভৱ কৰিছিল যে মদন দত্তৰ প্ৰতি তাইৰ মনত ঠাই কৰি লোৱা প্ৰথম দিনাৰ সেই বিৰূপ ভাৱটোৰ যোগনি ক্ৰমে দৃঢ়তৰা যেন দৃঢ়তম হৈ আহিছিল।

তাই বিস্মিত হয় দেখাই-শুনাই, বিদ্যাই-বুদ্ধিয়ে, স্বভাৱে-চৰিত্ৰই সকলো ভাল হোৱা সত্ত্বেও এজন মানুহক কিয় বাৰু কাৰোবাৰ ভাল নলগা হয়? মুঠতে মদন দত্তক তাইৰ ভাল নালাগে। মানুহজনৰ সৰলতা, কথা পাতোঁতে একে থৰে তাইৰ মুখলৈ চাই থকা চাৱনি, তাইক দেখিলে আনন্দত অধীৰ হৈ প্ৰকাশ কৰা চঞ্চল ভাৱ-ভঙ্গী, মুখ মণ্ডলত সহজতে ধৰিব পৰা তাইৰ প্ৰতি দুৰ্বলতাৰ স্বতঃস্ফূৰ্ত প্ৰকাশ এই

সকলোবোৰেই তাইৰ ভাল নালাগে। সময় যোৱাৰ লগে লগে তাই উপলব্ধি কৰিবলৈ ধৰিলে যে এই ভাল নলগা তাইৰ ক্ৰমাৎ বৃদ্ধি পাই আহিছে। অথচ মদন দত্তৰপৰা যেন কমাৰ পৰিত্ৰাণ নাই।

হৰেকৃষ্ণ চৌধুৰীৰ সৈতে বিয়া হোৱাৰ পিছত কমাই গম পালে যে মদন দত্ত হোষ্টেলত হৰেকৃষ্ণ চৌধুৰীৰ কমমেট আছিল। সেই সূত্ৰে বিয়াৰ পিছতো মদন দত্ত মাজে সময়ে কমাইঁতৰ ঘৰলৈ অহা-যোৱা কৰি থাকিবলৈ লৈছিল। হৰেকৃষ্ণ চৌধুৰীক মদন দত্তৰ কথা কমাই সকলো বিৱৰি কৈছিল। মদন দত্ত আহিলে কমা বিৰক্ত হোৱালৈ চাই হৰেকৃষ্ণ চৌধুৰীয়ে মাজে সময়ে তাইক যেমালি কৰিবলৈ জোকাইছিল। তাইৰ খুব খং উঠিছিল।

ইতিমধ্যে তাইৰ বিয়াৰ পিছত মদন দত্তয়ো বিয়া কৰাইছিল। আচৰিত কথা, বিয়াৰ পিছতো আগতকৈ কিছু পাতলকৈ হ'লেও মদন দত্ত কমাইঁতৰ ঘৰলৈ আহিবলৈ এৰা নাছিল। সেই একেই বিৰক্তিদায়ক অথচ সৰল আৰু নিৰ্বোধ সপ্ৰশংস চাৱনি। পেঘেনিয়াই পেঘেনিয়াই এটা দুটা কথা কৈ তাইৰ সন্মুখত বহি থকাটোতেই যেন মদন দত্তৰ তৃপ্তি। নাই, তাইৰ কোনো পধ্যে সহ্য নহয়। মদন দত্ত অহাটো তাই অকণো বাঞ্ছা নকৰে।

সময় বহুতো সলনি হ'ল। জীৱনত বহু ঘাত-প্ৰতিঘাত তাই সহিলে। বিচিত্ৰ অভিজ্ঞতা তাই লাভ কৰিলে। তাইৰ নিজৰে পূৰণি বহুতো ধ্যান-ধাৰণা সলনি হ'ল। কিন্তু আচৰিত ধৰণে মদন দত্তৰ প্ৰতি থকা তাইৰ ধাৰণাৰহে অকণো সলনি নহ'ল। তাই বিকিপায়। কিয় যে এনেকুৱা হয়! মদন দত্ত মানুহটো তো বেয়াও নহয়! তাই জনামতে মদন দত্তৰ বৈবাহিক জীৱনো হেনো বৰ সুখৰ নহয়। তেওঁ শান্ত শিষ্ট কিন্তু ঘৈণীয়েকজনী হেনো বৰ চোকা আৰু জেদী। ভাবিলে কেতিয়াবা মদন দত্ত মানুহজনৰ প্ৰতি তাইৰ মায়া ওপজে। পৃথিৱীত কত ধৰণৰো যে মানুহ থাকে! কত ধৰণেৰে যে মানুহে জীৱন যাপন কৰে!

এক প্ৰকাৰৰ পুতৌৰ পৰ্যায়ৰ মায়া ওপজা তাই অনুভৱ কৰে সঁচা, কিন্তু সেই বুলিও মদন দত্ত মানুহজনক তাইৰ আজিও ভাল নালাগে। তাইৰ ওচৰলৈ তেওঁ অহাটো কমাই অকণো নিবিচাৰে। তাতে এতিয়া হৰেকৃষ্ণ চৌধুৰীও নাই। অৱশ্যে আজিকালি দত্ত খুব কমেহে আহে। বছৰ-ছমাহৰ মূৰত এদিন। তাকো বাতুলে লগ পাই মাতি অহা বাবেই তেওঁ আহে।

আচৰিত ধৰণে সেইদিনা প্ৰথম বাৰৰ বাবে কমাই অনুভৱ কৰিলে যে মদন দত্ত অহাত তাই বেয়া পোৱা নাই। তাইৰ স্বাৰ্থ হ'ল বাতুল। বাতুলৰ স্বাৰ্থত তাইৰ মনক যি কোনো ধৰণে নিয়ন্ত্ৰণ কৰিবলৈ তাই যেন প্ৰস্তুত। বাতুলে আকৌ মদন দত্তক ভাল পায়। সেইটোৱেই কাৰণ। সেয়েহে সেইদিনা দত্ত অহাত তাই বেয়া পোৱা নাই।

বাতুলে দত্তৰ সৈতে বেছ ভালকৈ কথা পাতিছে। আচলতে দত্ত বাতুলক লগ পাবলৈকে আহিছিল। তেওঁৰ ছোৱালীজনী বাতুলৰ কলেজত পঢ়িব খুজিছে। সেই সম্পৰ্কত বাতুলৰপৰা কিবা-কিবি খবৰ ল'বলৈ আহিছে। কমাই ভাল পাইছে বাতুলে দত্তৰ সৈতে খোলাকৈ কথা পাতিছে। দত্ত থাকোঁতে সৌৰভো আহি ওলাল। পিছদিনা বাতুল যাব বুলি জানি সৌৰভে লগ ধৰিবলৈ আহিছে। সৌৰভ ল'ৰাটো অলপ ধেমেলীয়া স্বভাৱৰ। সি আহিলে সেই কাৰণে কমাই ভাল পায়। যিখিনি সময় থাকে বেছ স্ফূৰ্তি কৰি কটায়।

সিদিনাও বহুতো ধেমেলীয়া কথাৰে গধূলিটো ভালদৰে কাটিলে।

সেইদিনাৰ সেই ঘটনাটোৰ পিছত যদিও কমাই ভাবিছিল বাতুলক কথাটো সুধিব, অৱশেষত পিছে কথাটো সোধা হৈ নুঠিল। সুধিবলৈ কোনো প্ৰসংগও নোলাল। বাতুলৰ সহজ কথা-বতৰাৰ মাজত সেই কথাটো সোধা তাই অবাঞ্ছিত কাৰ্য বুলি গণ্য কৰিলে। কিছুমান কথা জনাৰ কৌতূহল সাম্ৰিধিও পাৰিব লাগে। কমাই বুজি পাইছে সোধা হ'লে বাতুল নিশ্চয়কৈ ভিতৰি ভিতৰি বিৰক্ত হ'লহেঁতেন। তাই ভাবিলে বুলিয়ে সি তো এতিয়া সৰু ল'ৰা নহয়। সি যদি কেনেবাকৈ ভাবে তাই তাক সন্দেহ কৰিছে, তাই তাক অবিশ্বাস কৰিছে! কিমান ডাঙৰ কথা হ'ব! এইটো বয়সৰ ল'ৰা-ছোৱালীৰ সৈতে বৰ সাৱধানেৰে চলিব লাগে।

মদন দত্ত আৰু সৌৰভহঁত যোৱাৰ পিছত কমা আৰু বাতুল বাৰাণ্ডাত বহি থাকিল। ল'ৰাটো কাইলৈ যাবগৈ। কমাৰ মনটো বেয়া লাগিছে। বাতুলৰো বেয়া লাগিছে। কিছু সময়ৰ অখণ্ড নীৰৱতা দুয়োৰে মাজত বিৰাজ কৰিলে।

সেইটো শুক্লপক্ষ। হয়তো সপ্তমী কি অষ্টমী। পাতল সেমেকা জোনাক কেউপিনে সিঁচৰতি হৈ পৰিছে। বাতিৰ চৰাই এটা ধপ্‌ধপকৈ উৰি আহি নাৰিকলজোপাত পৰিছে। দুয়ো সেইপিনে চাইছে। কাৰো মুখত কথা নাই।

নীৰৱতা ভংগ কৰি কমাই মাত দিলে : তুমি আকৌ কেতিয়া আহিব পাৰিবা? পূজাৰ বন্ধত আহিব পাৰিবা চাগে?

: জানো, কেতিয়া আহিব পাৰোঁ। মোৰ কাৰণে ইমান চিন্তা কৰি থাকানো কিয়?

: ঠিক আছে মই বাৰু চিন্তা নকৰিলোৱে তুমিও জানো মোৰ কাৰণে চিন্তা নকৰা?

হাঁহি এটা মাৰি কমাই ক'লে। হাঁহিছে যদিও সেঁতা জোনাকৰ পোহৰত কমাৰ মুখখন অধিক বিষাদ দেখাইছে। মাকৰ মন বৰ আচৰিত। সন্তানৰ ক্ষেত্ৰত কথাবোৰ বুজিও নুবুজা হয়। কমাৰ কথা হ'ল বেয়া লগা ভাল লগাবোৰ সদায় যুক্তিয়ে নিয়ন্ত্ৰণ নকৰে। বাতুল হোষ্টেললৈ যাব। তায়ে তাক জোৰকৈ দূৰলৈ পঢ়িবলৈ পঠিয়াইছে।

দুমাহ পিছত সি আকৌ আহিবই। তাতে ইমান দুখ লাগিবলৈ কিটো আছে ? বিষণ্ন হ'বলৈকেবা কিটো আছে ?

মাতৃ-হৃদয় যুক্তিৰে পৰিচালিত নহয়।

কমাৰ মন ব্যথিত হৈছে। কাইলৈৰপৰা প্ৰতিটো দিন আকৌ বাতুল অহালৈ অধীৰ উৎকণ্ঠাৰে ক্ষণ গণি থাকিব লাগিব। মঙহৰ মাজত সোমাই থকা হুলৰ দৰে দুশ্চিন্তা-দুৰ্ভাৱনাই প্ৰতিক্ষণ খুচি থাকি তাইক অস্থিৰ কৰি তুলিব। তাইৰ তো বেলেগ পৃথিৱী এখন নাই। বাতুলেই হ'ল তাইৰ পৃথিৱী, বাতুলেই হ'ল তাইৰ সমগ্ৰ সত্তা।

ঃ ব'লা মা, ভিতৰলৈ নোযোৱা জানো ?

তাই উচপ খাই উঠিল। আজিকালি তাইৰ এই এটা বদভ্যাস হৈছে। অকাৰণে নিমিষতে তাইৰ মন উৰা মাৰে সম্পূৰ্ণ অন্য এক জগতলৈ, য'ত তাই নিজৰ সৈতে আৰম্ভ কৰে অন্তৰংগ আলাপ।

ঃ অ' হয়, কাইলৈ পুৱাই তুমি যাব লাগিব নহয়। কাপোৰ-কানিবোৰ ঠিকমতে সামৰা হ'লনে নাই, এবাৰ চোৱা ভাল। আৰু মই পাহৰিছিলোঁৱেই, তোমাৰ কমৰেডটোৱে যে পকা মিঠৈ নিম বুলি কৈছিলা সিবাৰ ! কেইটামান কৰি দিওঁ ব'বা। পিঠাগুৰি আছেই।

দুয়ো ভিতৰলৈ সোমাই আহিল।

পিছদিনা ৰাতিপুৱা পাঁচটা বজাতে বাতুল গ'লগৈ। ইমান ৰাতিপুৱাই আন মানুহ কোনো উঠাই নাই। ওচৰৰ ৰিক্সাৱালা এজনক আগতেই কৈ থৈছিল। নঙলামুখ পাৰ হৈও ৰিক্সাৰ পিছে পিছে কিছুদূৰ আহি এটা সময়ত ৰিক্সা আৰু তাইৰ মাজৰ ব্যৱধান যথেষ্ট বাঢ়ি যোৱাত কমা ৰৈ দিলে। দূৰৰ কেঁকুৰিটো ঘূৰি ৰিক্সাখন নেদেখা হোৱালৈকে তাই চাই থাকিল।

কেঁকুৰিটো ঘূৰিবৰ সময়ত বাতুলে এবাৰ মাকলৈ উভতি চালে। মাকে থৰ লাগি তালৈ চাই ৰৈ আছে। সি এবাৰ হাতখন জোকাৰিলে। তাৰ পিছত মাকক সি নেদেখা হ'ল।

তাক নেদেখা হোৱাৰ পিছত কমা ধীৰে ধীৰে উভতি আহিল। তাইৰ অজানিতে চকু দুটা মোহাৰি তাই নিজকে ভৰ্ৎসনা কৰিলে। ল'ৰাটোক পঠিয়ালৈ পঠিয়াইছে আৰু যাত্ৰা-কালত তাই অমংগলীয়া চকুপানী টুকিছে !

ঘৰৰ ভিতৰলৈ সোমাবলৈ তাইৰ মনেই নগ'ল। বাৰাণ্ডাতে মূঢ়াটোত বহি তাই নঙলাৰ ফালে চাই ৰ'ল। যেন বাতুল এইমাত্ৰ আকৌ সোমাবহি।

## (নয়)

গৈ পোৱাৰ তিনিদিনমানৰ পিছতে বাতুলে মাকলৈ এখন চিঠি দিছিল। সি ভালে ভালে গৈ পোৱা কথাৰ লগতে মাকলৈ নানা ধৰণৰ উপদেশ। মাকে বেছি পৰিশ্ৰম যেন নকৰে। টকাৰ কাৰণে চিন্তা কৰিব নালাগে। টিউচন যেন আৰু বঢ়াই নলয়। এবছৰৰ বৃত্তিৰ টকা সি একেলগে পাইছে। তাঁলৈ কিছুদিনলৈ টকা পঠিয়াব নালাগে। মাকে কৰি দিয়া পকা মিঠৈ কেইটা থুপিয়াথুপি কৰি লগে লগে আটায়ে খাই শেষ কৰি দিলে ইত্যাদি ইত্যাদি।

সেই চিঠি পোৱা এমাহৰ ওপৰেই হ'ল। সি তো দহ-পোন্ধৰ দিনৰ মূৰত সাধাৰণতে একোখনকৈ চিঠি দিয়ে। কমাই চিঠি লেখিবলৈ সময় নাপালেও দহ-পোন্ধৰ দিনৰ মূৰত বাতুলে একোখনকৈ চিঠি দিয়েই। এইবাৰহে কি হৈছে জানো ? তাই তিনিখন চিঠি দিছে। উত্তৰহে পোৱা নাই।

সীমান্ত আজিকালি ইয়াত নাথাকে। ইকিওৰেন্স কোম্পানি এটাৰ চাকৰি লৈ আইজললৈ বদলি হৈ গৈছে। সৌৰভহে এতিয়া কমাৰ একমাত্ৰ সাৰথি হৈছে। সৌৰভে স্থানীয় কলেজ এখনত সোমাইছে। খুব ভাল বিজাল্ট কৰি পাছ কৰা ল'ৰা সৌৰভ। অইন চাকৰিও পালেহেঁতেন। পিছে সেইবোৰলৈ তাৰ মন নাই। শিক্ষকতাই ভাল।

সকলো ধৰণৰ বিপদ-আপদত সৌৰ মাৰি কমা সৌৰভৰ ওচৰ পায়। সকলোতে সৌৰভেই দিহা-পোহা দিয়ে। বাতুলৰ চিঠি নোপোৱা কথাটো সৌৰভ আহোঁতে কমাই কৈছিল। সৌৰভে কথাটোত গুৰুত্ব নিদিলে। গুৰুত্ব দিয়া কথাও নহয়। পঢ়া-শুনাত ব্যস্ত আছে নতুবা ডাকৰ বেমেজালিৰ বাবেও চিঠি আহি পোৱাত পলম হ'ব পাৰে। ইমান চিন্তা নকৰিব মাহীদেউ।

নাই, আৰু ধৈৰ্য ধৰিব নোৱাৰি। নিশ্চয় তাৰ অসুখ-বিসুখ কিবা এটা হৈছে। ডেৰমাহ ধৰি বাতুলে চিঠি নিদিয়াকৈ নাথাকে। নতুবা ডেৰমাহৰ ভিতৰত সি নিশ্চয়কৈ দিয়া তিনি-চাৰিখন চিঠিৰ আটাইকেইখন ডাকৰ বেমেজালিৰ বাবে হেৰাব নোৱাৰে।

তাই বাতিপুৱাই সৌৰভৰ ঘৰ ওলাল। সৌৰভ যাব লাগিব। সৌৰভে যদি নোৱাৰে তাই নিজেই যাব। টকা তাইৰ আছে। সৌৰভক তাই দিব পাৰিব।

: টকা-পইচাৰ কথাটো বাৰু পিছে-পৰেও হ'ব মাহীদেউ। এইকণ কামৰ বাবে আপুনি মোক খৰচৰ যোগান ধৰিব নালাগে। ঠিক আছে মই কাইলৈকে শিলং বাছত যাম আৰু পৰহি ঘূৰি আহিম।

: কাইলৈ নহয়, গ'লে আজিয়েই যোৱা। মোৰ বৰ চিন্তা হৈছে।

ঃ ঠিক আছে হ'ব বাৰু। আপুনি এতিয়া যাওক। চিন্তা কৰি থকাৰ প্ৰয়োজন নাই। মই আজি গধূলি যাম। কাইলৈ বাতুলক লগ ধৰি কাইলৈকে নিশাৰ বাছত ঘূৰি আহিম। পৰহি মই বাহিৰে বাহিৰে আপোনাৰ তাত সোমাম।

সৌৰভৰ কথাত কিছু আশ্বস্ত হৈ কমা ঘৰলৈ উভতিল।

অপেক্ষাৰ উৎকণ্ঠ মুহূৰ্তবোৰৰ যন্ত্ৰণা কিমান পীড়াদায়ক সেই কথা ভুক্তভোগীয়েহে উপলব্ধি কৰিব পাৰে। সৌৰভৰ ওচৰৰপৰা অহাৰেপৰা কমাৰ এই প্ৰতীক্ষাৰ যন্ত্ৰণা আৰম্ভ হৈছে। মাজত এটা সুদীৰ্ঘ দিন পৰি আছে। এটা সুদীৰ্ঘ দিন। এটা সুদীৰ্ঘ দিন তাই পাৰ কৰিব লাগিব।

সময়নো কি? সময় পাৰ হৈ যায়। সময় তো আৰু কাৰো বাবে ৰৈ নাথাকে। কাৰো বাবে সময়ৰ গতিৰ পৰিৱৰ্তনো নহয়। নিজস্ব গতিৰেই সময়ৰ নদী প্ৰবাহিত হয়।

গোটেই ৰাতি চকুৰ টিপ নমৰাকৈ পাৰ কৰিছে কমাই। কাষৰ কোঠালিটোত কাম কৰা মানুহজনীয়ে নাক ঘোৰ্ঘোৰাই শুই আছে। তাই প্ৰতিটো ক্ষণ গণি বিছনাত ছট্‌-ফটাই আছে। এক্ষাৰ আঁতৰাই নাই। ফেঁহু চৰাইকেইটাই কিচকিচ আৰম্ভ কৰিছে। তাই আৰু বিছনাত পৰি থাকিব নোৱাৰিলে। তাই উঠি আহিল।

এল্লাৰ আৰু পোহৰৰ সন্ধিক্ষণ। আকাশত তৰা আছেই। অকলশৰে এটা কাউৰীয়ে কা-কা কৰিছে। তাৰ লগৰবোৰ কোনো উঠা নাই। তাকনো উঠিবলৈ কিহে পাইছে? সৌৰভ আহি পাবলৈ বৰ বেছি সময় নাই। কাহিলি পুৱাতে বাছখন পায়হি। এতিয়াই আহি পাব।

সৌটো সৌৰভ নহয়নে? হয়, সৌৰভ আহিছে।

তাই দৌৰি যোৱাদি গৈ নঙলামুখ পালে। সৌৰভে আহি নঙলা খুলিছেহে।

ঃ ভালনে বাতুলৰ? ঠিকে আছেনে সি? একো অসুখ-বিসুখ হোৱা নাইতো? কিয় চিঠি দিয়া নাই সি? মিছামিছি চিন্তাত পেলায়। ল'ৰাবোৰ বাহিৰ ওলালে তেনেকুৱাই হয়।

সৌৰভক ব্যতিব্যস্ত কৰি কমাই ওপৰা-উপৰিকৈ প্ৰশ্নবোৰ কৰিবলৈ ধৰিলে। সৌৰভে মাথোঁ 'আহক মাহীদেউ, ভিতৰত বহি লৈ সকলো কথা ক'ম' বুলি কমাৰ আগে আগে আহি কোঠাত সোমাল।

চকীখনত বহি সৌৰভে কমাৰ ফালে চাই কোনো ধৰণৰ ভূমিকা নকৰাকৈ ক'লে ঃ চাওক মাহীদেউ, মই বাতুলক লগেই নাপালো। বাতুল হোষ্টেলত নাই। হোষ্টেল অধীক্ষকক লগ ধৰোঁতে তেওঁ আশ্চৰ্য প্ৰকাশ কৰি ক'লে যে বাতুলে হেনো মাকৰ অসুখ বুলি কৈ ঘৰলৈ আহিছে। আজি এমাহমান হ'ল। মই হোষ্টেললৈ গৈ তাৰ ৰুমমেটজনকো লগ ধৰিলো। ল'ৰাজনেও সেই একে কথাকেই ক'লে। কেৱল ল'ৰাজনে এই চিঠিখন দিলে। পৰহি হেনো কোনোবা এজনে দি থৈ গৈছে আপোনাক দিবলৈ। এইখন বাতুলে

লেখা চিঠি। কমমেটজনে নিজেই চিঠিখন দিবলৈ আহিবলৈ ওলাইছিল। কিন্তু মোক পাই চিঠিখন মোৰ হাততে দিছে। এইখন চিঠি, লওক।

কম্পিত হাতেৰে কমাই সৌৰভৰ হাতৰপৰা চিঠিখন ল'লে। খপজপকৈ খুলি চিঠিখন কমাই পঢ়ি গ'ল।

পূজনীয়া মা,

মই জানো চিঠিখন পঢ়ি তুমি বিস্ময়ত হতবাক হ'বা। মই তোমাক দুখ দিবলৈ একো কাম কৰা নাই। তুমি দুখ নকৰা বুলি মোৰ বিশ্বাস আছে। কাৰণ, তুমি দেউতাক ভাল পোৱা, দেউতাক শ্ৰদ্ধা কৰা। দেউতাই যি কাম কৰিব খুজি নোৱাৰিলে মই সেই কাম কৰিবলৈ ওলাই আহিছোঁ। দেউতা অকলশৰীয়া আছিল, দেউতাৰ পথো সুকীয়া আছিল। মই কিন্তু অকলশৰীয়া নহওঁ, মোৰ পথো সুকীয়া।

এই ব্যৱস্থাৰ পৰিৱৰ্তন লাগে, মা। পৰিৱৰ্তন তো এনেয়ে নাহে। আমাৰ নিচিনা কোনোবাই অলপ কিবা-কিবি ত্যাগ কৰিবই লাগিব। অন্যায়-দুৰ্নীতিৰ গেলা জাবৰ-জোঠৰ সাৰি-পুচি সমাজখন থুই নিকা কৰিবলৈ আমাৰ নিচিনা কিছুমান ওলাই আহিবই লাগিব। তুমিয়ে তো কৈছিলা মই এজন প্ৰকৃত মানুহ হ'ব লাগে। সেই প্ৰকৃত মানুহ হোৱাৰ পথত মই ওলাই আহিছোঁ। তুমি চিন্তা নকৰিবা, মা। তোমাক লগ পাম। মই জানোঁ। তোমাৰ আশীৰ্বাদ মোৰ বাবে দুৰ্জেয় সাহস হৈ থাকিব।

তোমাৰ ভৰি চুই প্ৰণাম জনাইছোঁ। এবছৰমান পিছত হয়তো তোমাক লগ পাম।

******

প্ৰচণ্ড এক শব্দেৰে পৃথিৱী নামৰ গ্ৰহটোৰ নিমিষতে বিস্ফোৰণ ঘটিল। চূৰ্ণ-বিচূৰ্ণ হৈ পৃথিৱী নামৰ গ্ৰহটো চকুৰ আগত নিশ্চিহ্ন হৈ গ'ল। ছিন্ন-ভিন্ন হৈ নিশ্চিহ্ন হোৱা তাইৰ পৃথিৱীখনলৈ কমাই নিথৰ নিস্পন্দ হৈ চাই থাকিল। শিলামূৰ্তিৰ দৰে কমা স্থিৰ হৈ ৰৈ গ'ল। কমা শিলামূৰ্তি হৈ গ'ল।

Now is the moment when we should prove by our actions that man's dignity is in no way inferior to the greatness of the gods.'

— Iphegenia in Tauris

ক্ষন্তেক আগলৈকে ডাঠ কুঁৱলীয়ে ঢাকি থোৱা গভীৰ অৰণ্যৰ ৰহস্যময় ৰূপ ধীৰে ধীৰে যেন উন্মোচিত হৈছে। উজ্জ্বল ৰ'দৰ পোহৰত মূৰ্ত হৈ উঠিছে আদিম অৰণ্যৰ সেঁউজীয়া গছ-বন। অনৱগুণ্ঠিতা মোহময়ী ৰূপহী নাৰীৰ দৰে উদ্ভাসিত হৈছে ৰৌদ্ৰোজ্জ্বল অৰণ্যৰ ৰূপ। ওখ ওখ শাল গছৰ ফাঁকেৰে বিয়পি পৰিছে মিঠা মিঠা সোণোৱালী ৰ'দ। ঈষৎ ৰঙচুৱা শুকান পাত তল ভৰি ভৰি পৰি আছে। শুকান পাতৰ মৰ্মৰ ধ্বনি বতাহত ভাহি আহিছে দূৰ দূৰণিৰপৰা। মধুৰ এক সুললিত সঙ্গীতৰ সুৰ যেন। ক'ৰপৰা ভাহি আহিছে জানো এই সুৰ! ইমান চিনাকি! চেতনাৰ সিপাৰৰপৰা নিগৰি অহা এই সুৰৰ নিৰ্ঝৰৰ অমৃত-বাৰিয়ে সানি দিছে যেন গভীৰ শান্তিৰ প্ৰলেপ। হৰি নিছে হৃদয়-দেহৰ সমস্ত ক্লেশ সমস্ত যন্ত্ৰণা। এক অপাৰ্থিৱ অনুভূতিয়ে ক্ৰমে ক্ৰমে অপসাৰিত কৰিছে চেতনাক, অপসাৰিত কৰিছে অস্তিত্বক।

সি সোঁ হাতখন দাঙিব খুজিলে, সি উঠি বহিব খুজিলে, সি থিয় হ'ব খুজিলে, সি দৌৰি যাব খুজিলে। কিন্তু তাৰ ইচ্ছা অনুসৰি তাৰ দেহৰ অঙ্গ-প্ৰত্যঙ্গই কোনো ধৰণৰ সহযোগ নকৰিলে। তাৰ প্ৰচণ্ড খং উঠিল। দেহৰ এই বোজাটো সি ইমান দিনে এনেয়ে বৈ ফুৰিছে। প্ৰয়োজনৰ সময়ত মহা ভাৰ হোৱাৰ বাহিৰে ই তাৰ একো কামত নাহে। তাৰ অনুভৱ হ'ল দেহটো দৰাচলতে এক প্ৰতিবন্ধকহে। সি গুচি যাব খুজিলে পাৰ্থিৱ চেতনাৰ সিপাৰলৈ, জীৱনৰ সিপাৰলৈ। চেতনাৰ সিপাৰলৈ।

দেহটোৰপৰা ওলাই আহি তাৰ বেছ পাতল পাতল লাগিল। সি স্বস্তি অনুভৱ কৰিলে। ক্ষন্তেক আগৰ সুতীক্ষ্ণ যন্ত্ৰণাৰ অনুভূতিৰ অন্তত সি শান্ত সমাহিত হৈ পৰিল। সি সুস্থিৰ হ'ল। সি নিজকে চাবলৈ সক্ষম হ'ল। ঠিক এইটোৱেই সুযোগ। নিৰ্মোহভাৱে নিজকে চোৱাৰ এইটোৱেই সুযোগ। তাৰ ওপৰত এতিয়া দেহৰ ভাৰ নাই। শামুকৰ দৰে সি এতিয়া খোলাত বন্দী নহয়। সি মুক্তভাৱে বিচৰণ কৰিব পাৰে। ৰ'দে থোৱা আকাশৰ

বুকুত ওপঙি ফুৰা চৰাইৰ দৰে মুক্তভাৱে সি উৰি ফুৰিব পাৰে। এইদ'ৰে সি তাৰ পৃথিৱীখন চোৱাৰ সুযোগ পাইছে। সি তাৰ পৃথিৱীখন নির্মোহভাৱে চাব পাৰে। সি এতিয়া বহুত ওপৰত।

তলত, বহু তলত আকাশলৈ মুখ কৰি শিল এটাৰ ওপৰত শুই থকা যুৱকজনলৈ সি গভীৰ অনুকম্পাৰে চালে। গভীৰ অৰণ্যৰ মাজত অকলশৰে পৰি থকা সি বাৰু এই মুহূৰ্তত কি ভাবি আছে ? বহুতোপৰ আকাশত চক্ৰাকাৰে উৰি থকা শগুণ এটা এপাকত চোঁ মাৰি তললৈ নামি আহি তাৰ ওচৰৰ শিলটোত বহিল। লগে লগে আদিম ভয় এটাই মুহূৰ্ততে যেন তাক চকিত কৰি তুলিলে। ক্ষুধাতুৰ শগুণটোৱে যদি তাক আক্ৰমণ কৰে ! হ'ব পাৰে দেহটো এটা খোলা, কিন্তু এই খোলাটোৱেই তো তাৰ আশ্ৰয়। ইয়াক ৰক্ষা কৰিব লাগিব। সমস্ত শক্তিৰে হাতখন এবাৰ দাঙি সি লৰচৰ কৰিবৰ চেষ্টা কৰিলে। শগুণটোৱে কি ভাবি জানো কিছু সময় তাৰ ফালে চাই থাকি উৰা মাৰি গুচি গ'ল।

কৰ্ণ কুহৰত অহৰহ আঘাত কৰি থকা জিলিৰ সুতীক্ষ্ণ একঘেয়ী ঐক্যতান হঠাতে স্তব্ধ হৈ গ'ল। পলকতে এক আচৰিত নৈঃশব্দ্যৰ সৃষ্টি। যেন শব্দৰ জন্মই হোৱা নাই। যেন নিমিষতে কিহবাই শব্দবোৰ গিলি পেলাইছে। যেন অতিকায় আদিম এক ডাইন'চৰে শব্দবোৰ গিলিবলৈ ধীৰ মন্থৰ গতিৰে আগবাঢ়ি আহিছে। নৈঃশব্দ্যৰ কি ভীষণ এই ৰূপ !

হঠাতে তাৰ খেল এটা খেলি চাবৰ মন গ'ল।

শৰীৰটোৱে তাৰ কোনো আজ্ঞা নেমানে। অঙ্গ-প্ৰত্যঙ্গবোৰক সি কোনো ধৰণৰ আজ্ঞা মনাব পৰা নাই। তাৰ সৈতে সিহঁতে কোনো ধৰণৰ সহযোগ নকৰে। দৰাচলতে এইটো দেখ দেখ মৃত্যুৰ লক্ষণ। কিন্তু তাৰ বিশ্বাস হোৱা নাই। তাৰ বিশ্বাস হোৱা নাই তাৰ যে মৃত্যু ঘটিছে। গতিকে সি নিজকে পৰীক্ষা কৰি চাব খুজিলে। সি জীৱিত নে মৃত ? মৃত ব্যক্তিয়ে অতীতৰ ঘটনাৱলী জুকিয়াই চাব পাৰেনে ? স্মৃতি মন্থন কৰিব পাৰেনে ?

নৈঃশব্দ্য আৰু শূন্যতাৰ বিশাল সমুদ্ৰৰ উত্তাল ঢৌৱে ঢৌৱে উটি যোৱা চেতনাৰ ক্ষুদ্ৰ নাৱত সি স্মৃতিৰ মাণিকৰ সন্ধানতহে যেন পাৰি দিলে।

# ভগা আয়নাত খণ্ডিত প্ৰতিবিম্ব - ১

বাহিৰত জেপজেপীয়া বৰষুণ। এনেয়ে ডিছেম্বৰ মাহৰ ঠাণ্ডা, তাতে এই আপদীয়া বৰষুণ। যোৱা তিনিদিন ধৰি এই বতৰ চলিছে। অকল বৰষুণেই তো নহয়, সোঁ-সোঁৱাই বৈ থকা বতাহজাকৰ ফলত শীতৰ প্ৰকোপ দুগুণে চৰিছে। বৰষুণৰ লগতে ক'ৰপৰা জানো আহিছে বতাহজাক ? বাঘৰ গোঁজৰণিৰ দৰে শব্দই একো একোবাৰ অৰণ্য কঁপাই তোলে। বিশাল অৰণ্যভূমিৰ ওপৰেৰে বিপুল বিক্ৰমেৰে পাৰ হৈ অহা বতাহজাকে দূৰৰ পৰ্বতমালাৰ বুকুত ঠেকা খাই সময়ে সময়ে ক্ৰুদ্ধ ৰূপ ধাৰণ কৰে আৰু তেতিয়াই আহত বাঘৰ দৰে গোজৰণি তোলে।

প্ৰচণ্ড শীতৰ কবলত প্ৰকৃতিৰ মুমূৰ্ষু ৰূপ। কুঞ্চিত প্ৰকৃতিৰ বুকুত প্ৰবল পৰাক্ৰমেৰে কেৱল বিচৰণ কৰি ফুৰিছে এই বতাহজাক। বতাহৰ শব্দই সকলো শব্দকেই তল পেলাইছে। যোৱা দুদিন ধৰি সি প্ৰতিটো শব্দকে গভীৰ উৎকণ্ঠাৰে এক বিশেষ শব্দৰ প্ৰতীক্ষাত উৎকৰ্ণ হৈ শুনিছে। দূৰৰপৰা ভাহি অহা যিকোনো শব্দকে অনুসৰণ কৰি সঠিক বিশ্লেষণৰ বাবে সি মগজুক সক্ৰিয় কৰি তুলিছে। অথচ ফলাফল সেই একেটাকে [illegible]ইছে। তাৰ কাংক্ষিত শব্দটো নহয়। যোৱা দুদিন ধৰি এইদৰে সি গভীৰ উৎকণ্ঠা, গভীৰ উদ্বিগ্নতাৰে প্ৰতিটো ক্ষণ পাৰ কৰিছে।

অতনু আচলতে তিনি দিন আগতেই অহা কথা আছিল। সিও আজিলৈ ইয়াত থকা কথা নাছিল। আজি প্ৰায় পোন্ধৰ দিন আগতে অতনু এক নিৰ্ধাৰিত অভিযানত ওলাই গৈছে। অতনুৰ অভিযানৰ স্থানতে বন্তিৰ ঘৰ। সি অতনুক কৈছিল যদি পাৰে সি যেন মাককে আৰু বন্তিক এবাৰ লগ ধৰি আহে। অতনুৱে তাক ভেকাহি মাৰি দিছিল। কিহৰ আজিলৈকে বন্তি বন্তি কৰিছ ? আজি চাৰি বছৰ হ'লহি, এতিয়াওনো এনেকৈ উতলা হৈ থাকিব লাগেনে ? বাদ দে সেইবোৰ। এটা হেৰাই যোৱা সপোনক খেদি ফুৰিছ কিয় ? তদুপৰি চাবি, মই বাৰু গোপনীয়তা ৰক্ষা কৰিছোঁ, কিন্তু কেনেবাকৈ কথাটো জনাজনি হ'লে কি হ'ব ভাবি চাচোন। বন্তিৰনো খবৰ লাগে কিয় তোক ? মাকৰ খবৰ লাগে ঠিকেই।

সি লাজ পাইছিল। সেমেনা সেমেনিকৈ কৈছিল : তোৰ ওপৰত বিশ্বাস আছে দেখিহে কৈছোঁ। তদুপৰি ইয়ে জানো কিবা ক্ষতি কৰিছে ? তই তো জানই। যদি [illegible] নাই।

অতনুৱে তাৰ অভিমানৰ সুৰ বুজি পাইছিল আৰু ধমকিৰ সুৰত তাক কৈছিল ঃ ঠিক আছে, দহদিন পিছত খবৰ পাবি। ইমান সক ল'বাৰ দৰে নহ'বিচোন।

শুভেচ্ছা জনাই অতনুক বিদায় দিছিল।

অতনু যোৱা পোন্ধৰ দিন হ'ল। সি আহি পোৱা কথা আছিল তিনি দিন আগতে। কিন্তু আহি পোৱা নাই। কি হ'ল অতনুৰ ? অতনু অহাৰ শব্দৰ বাবে উৎকৰ্ণ হৈ সি প্ৰতীক্ষা কৰিছে। অতনু অহাৰ সেই বিশেষ শব্দটো সি চিনি পায়। বতাহৰ সোঁ সোঁ শব্দৰ মাজতো সি সেই বিশেষ শব্দটোৰ বাবে অপেক্ষা কৰিছে।

অতনু যোৱাৰ পিছৰেপৰা তাৰ জ্বৰ। কেবাদিনো হ'ল। তীৰকঁপে জ্বৰ উঠে। কাপোৰ গাত ল'লেও জাৰ নকমে। লগৰজনে তাৰ নিজৰ লেপখনো দিছে। তথাপি তাৰ জাৰ লাগে। নিশ্চয় মেলেৰিয়াই পাইছে। যোৱা তিনিমাহ ধৰি এনেকৈয়ে এৰি এৰি সি জ্বৰত ভুগি আছে। ৭/৮ দিনৰ মূৰে মূৰে জ্বৰ উঠে। সি গম পাইছে সি ক্ৰমে ক্ৰমে দুৰ্বল হৈ আহিছে। মূৰটো ঘূৰাই থাকে। কিন্তু উপায় নাই। শৰীৰ দুৰ্বল হ'লেও উপায় নাই। সি কাৰো বোজা হ'ব নোৱাৰে। ডাক্তৰী ঔষধ খাইছে, ভালহে পোৱা নাই। অতনু, ইমটিয়াজহঁত লগত থাকিলে খা-খবৰ লৈ থাকে।

শৰীৰ দুৰ্বল হ'লেই বোধকৰোঁ মানুহৰ মনো দুৰ্বল হয়। যোৱা কেইদিনমান ধৰি তাৰ মনটো যৰ ঠিক লগা নাই। কিছুমান খেলিমেলি চিন্তাই মগজুত খিতাপি লৈছে। অসুস্থ শৰীৰৰ অসুস্থ মনৰ খেলিমেলি চিন্তা বুলি যিমানে সি নিজকে তাৰপৰা মুক্ত কৰিব খুজিছে সিমানে সেইবোৰ যেন তাক জপটিয়াইহে ধৰিছে। শেহত অতনুৱেই যেনিবা তাক উদ্ধাৰ কৰিলে।

অতনুৱে মাক আৰু বন্তিৰ খবৰ আনিব বুলি কৈ যোৱাৰ পিছৰেপৰা তাৰ খেলিমেলি চিন্তাৰ সোঁতে যেন এটা দিশা পালে। তাৰ চিন্তা মাক আৰু বন্তিকেন্দ্ৰিক হৈ পৰিল। তাৰ জীৱনৰ দুগৰাকী নাৰী। এপিনে তাৰ মাক আৰু আনপিনে বন্তি। বন্তিৰ কথা ভাবিবলৈ সি ভাল পায়। ইমটিয়াজে কাব্য কৰি বন্তিৰ প্ৰসঙ্গত কৈছিল ঃ তুলসী তলত জ্বলা বন্তি গছিৰ স্নিগ্ধ মায়াময় পোহৰৰ দৰে বন্তিয়েও যেন তাৰ মনচোতালৰ এচুকত থাকি স্নিগ্ধ আলোকেৰে তাৰ জীৱন উজলাই তোলে। এৰা, বন্তি বুলিলেই তাৰ আৱেগ উথলি উঠে। সি আপোন-পাহৰা হয়। তাৰ মন লেকাম চিগা ঘোঁৰাৰ দৰে চেকুৰ মেলে স্মৃতিৰ অলিয়ে-গলিয়ে। সপোনৰ সাতৰঙী পখিলাই পাখি মেলি তাৰ সন্মুখত যেন থেও ধৰি নাচিবলৈ লয়। সি তন্ময় হৈ চাই থাকে।

আজিও তেনেকুৱা হ'ল।

তাৰ তন্ময়তা ভঙ্গ হ'ল এক তীক্ষ্ণ চিৎকাৰৰ শব্দত। জুপুৰিটোৰ ওচৰতে কিবা এটাই তীক্ষ্ণ এক চিঞৰ মাৰিছে। ক্ষন্তেকৰ বাবে বিদীৰ্ণ হ'ল নিশাৰ নিস্তব্ধতা। কিবা নিশাচৰ প্ৰাণীৰ চিঞৰ। সি ধৰিব নোৱাৰিলে প্ৰাণীটো কি। সময় জানো কিমান হৈছে ?

সিথন চাঙত কোনোবা এটা শুই আছে। গধূলিলৈকে ইয়াত কোনো নাছিল। ৰাতি কেতিয়াবা কোনোবা এজন আহিছে। কম্বলেৰে ঘুম মাৰি শুই আছে। ঘড়ীটো চাই দেখিলে ৰাতি দুই বাজিছে।

জ্বৰ এতিয়া নাই। গোটেই শৰীৰ ঘামিছে। ঘামত কাপোৰ-কানি তিতি গৈছে। ঘামত তিতি যোৱা বাবে তাৰ নতুনকৈ জাৰ লাগিছে। গা শিৰ শিৰ কৰিছে।

বাহিৰত বতাহ এতিয়া বলা নাই। ৰাতি হ'লে বতাহজাক শান্ত হয়। দিনটোৰ প্ৰচণ্ড গতিৰে বিচৰণ কৰাৰ অন্তত বতাহজাকেও যেন অৰণ্যৰ কোনোবা প্ৰান্তত জিৰণি লয়। ধপ্ ধপ্‌কৈ নিশাচৰ চৰাই এটা উৰি গ'ল। হুদুজাতীয় ডাঙৰ চৰাই হ'ব। নৈঃশব্দ্যৰ পৃথিৱীখন যেন ক্ষন্তেকৰ বাবে জোকাৰি দিলে। তাৰ পিছত আকৌ নৈঃশব্দ্য, আকৌ শূন্যতা। নিশাৰ এন্ধাৰৰ বুকুত অচেতন হৈ পৰি থকা এই বিশাল অৰণ্যভূমিৰ কি যে বিচিত্ৰ ৰূপ!

যোৱা চাৰিটা বছৰে অৰণ্যৰ সৈতে তাৰ এই মিতিৰালি। অৰণ্যক সি ভাল পায়, অৰণ্যয়ো তাক ভাল পায়। ভাবি সি শিহৰিত হয়। অৰণ্যৰেই তো সন্তান মানুহ! আৰণ্যক মানুহবোৰহে নাগৰিক মানুহ! আৰণ্যক মানুহবোৰ নাগৰিক মানুহলৈ উত্তৰণৰ কাহিনী তো সৌ সিদিনাৰ!

নাই, এইবোৰ আবেগৰ কথা প্ৰশ্ৰয় দিয়া উচিত নহয়। আবেগক সি প্ৰশ্ৰয় নিদিয়ে। আবেগপ্ৰৱণ হ'বলৈ তাৰ সময়ো নাই, মানসিকতাও নাই। কেৱল মাক আৰু বস্তিৰ প্ৰসঙ্গৰ বাহিৰে। এইটোৱে তাৰ অৱশিষ্ট দুৰ্বলতা, আঁতৰাব পৰা নাই।

একালত সি খুব চিগাৰেট খাইছিল। চিগাৰেট নহ'লে সি থাকিব নোৱাৰি-ছিল। এঘণ্টা চিগাৰেট নোখোৱাকৈ থাকিব লগীয়া হোৱাটো তাৰ বাবে অসহনীয় আছিল। চিগাৰেটত হোপা নমৰালৈকে সি একো চিন্তা কৰিব নোৱাৰিছিল। মগজুত চিন্তাৰ দুৱাৰেই খোল নাখাইছিল। চিগাৰেটৰ প্ৰতি গভীৰ আসক্তিৰপৰা সি কিন্তু নিজকে একেদিনাই মুক্ত কৰিলে। হঠাতে তাৰ মনত জেদ হ'ল। স্বাধীনতাৰ কথা কোৱা সি কিয় দাসত্ব মানি থাকিব? বন্ধু-বান্ধৱৰ সঙ্গত মাজে সময়ে কেতিয়াবা সি মদো খাইছিল। কিন্তু যেতিয়া সি গম পালে যে মদো একপ্ৰকাৰ আসক্তিৰ পৰ্যায়লৈ আহিছে একেদিনাই সি মদো পৰিত্যাগ কৰিলে। নিজৰ মনৰ দৃঢ়তাত সি নিজেই আচৰিত হয়। প্ৰথম প্ৰথম কেইদিনমান টান লাগিছিল। এতিয়া একো সমস্যা নাই। সি এতিয়া ক'ব পাৰে মানুহে কৰো বুলিলে কৰিব নোৱৰা কাম সম্ভৱ একো নাই।

# ভগা আয়নাত খণ্ডিত প্ৰতিবিম্ব - ২

বহুদিনৰ আগৰ কথা। আজিৰপৰা সাত-আঠ বছৰ মানেই হ'ব। সি চাইকেলেৰে আহি আছিল। দুদিনমান ধৰি একেৰাহে হোৱা বৰষুণৰ ফলত বাট-পথত কেউপিনে বোকা-পানী। মূল পকী ৰাস্তাৰপৰা সিহঁতৰ ঘৰলৈ নামি যোৱা সৰু কেঁচা ৰাস্তাটোত প্ৰায় আঁঠুৱনীয়া বোকা। কোনোবাই দাঁতিত কলগছৰ টুকুৰা আৰু ইটা এচপৰা দুচপৰা পাৰি দি কোনোমতে ডেও দি যাব পৰা কৰি থৈছে। জোতা নোখোলাকৈ দ ঠাইখিনি পাৰ হোৱাৰ কোনো উপায় নাই। সময় তেতিয়া সাঁজ লাগি ভাগো ভাগো। আকাশত কেউপিনে ডাৱৰ থুপ খাইছে। যিকোনো মুহূৰ্ত্ততে বৰষুণ পৰিব। গতিকে সি কোনোপিনে নোচোৱাকৈ কোঁ-কোঁৱাই চাইকেল মাৰিছে। দ বোকাখিনিত যাতে ৰ'বলগীয়া নহয় তাৰ বাবে চাইকেলৰ গতি সি বঢ়াই দিছে।

পিছে কি জানো হ'ল, কাণিমুনি এন্ধাৰত সি ধৰিবকে নোৱাৰিলে। কোনোবা এজনৰ গাত খুন্দা মাৰি দিয়াৰ ফলত দুয়ো দুফালে পৰি গ'ল। পৰি যোৱাৰ পিছতহে গম পালে যে সি যাক খুন্দা মাৰিছে সেইগৰাকী এগৰাকী ছোৱালী। ছোৱালীজনী উফৰি গৈ বোকাত পৰিল। হাতৰ মোনাটোও চিটিকি গ'ল। ছোৱালীজনী বোকাত সম্পূৰ্ণ লুতুৰি-পুতুৰি হ'ল।

চাইকেলখন তাৰ গাৰ ওপৰত পৰাত সি হাতত আৰু আঁঠুত দুখ পাইছে। কিন্তু চাইকেলখন ঠেলা মাৰি সি একে জাঁপে ছোৱালীজনীৰ ওচৰলৈ গ'ল। ছোৱালীজনীয়েও সম্ভৱ দুখ পাইছে। উঠিবলৈ চেষ্টা কৰি পৰা নাই। সি যথেষ্ট সংকোচেৰে দুহাতেৰে ধৰি ছোৱালীজনীক থিয় কৰাই দিলে। ছোৱালীজনীৰ কাপোৰ-কানি সম্পূৰ্ণ লেতেৰা হোৱাৰ উপৰিও গালে মুখে বোকা লাগি তাই ভুতুনীৰ ৰূপ ধাৰণ কৰিছে। ছোৱালীজনীয়ে এবাৰ ভৰিৰপৰা মূৰলৈ তালৈ চালে। বোকাত সিও লুতুৰি-পুতুৰি। চেহেৰা তাৰো চাব লগীয়া হৈছে।

অতৰ্কিতে ঘটা এই ঘটনাটোত সি ইমান নাৰ্ভাচ হ'ল যে কিংকৰ্তব্যবিমূঢ় হৈ সি ৰৈ থাকিল। ছোৱালীজনীক যে ক্ষমা খোজাৰ সুৰত কিবা এষাৰ ক'ব লাগে সেই কথাও

সি পাহৰি গ'ল। ছোৱালীজনীয়ে তাৰ অৱস্থাটো বুজি নিজেই ক'লে ঃ ভাগ্যে ওচৰত ডেকা ল'ৰা দুজনমান নাই। থকা হ'লে আপোনাৰ বিপদেই হ'লহেঁতেন। ছোৱালীৰ ওচৰত ধীৰত্ব দেখুৱাবলৈ ডেকা ল'ৰাই সুযোগ বিচাৰিয়ে ফুৰে। কি কৰিব আৰু কেতিয়াবা হৈ যায় এনেকুৱা।

পিন্ধি থকা শাৰীখন কিছু ঠিক-ঠাক কৰি ছোৱালীজনীয়ে কোনো ফালে নোচোৱাকৈ কোবা-কুবিকৈ খোজ ল'লে। সি হতভম্ব হৈ একে ঠাইতে বৈ থাকিল।

কিমানপৰ এনেদৰে পাৰ হ'ল তাৰ খবৰেই নাই। হঠাতে কোনোবা এজনৰ মাতত সি উচপ খাই উঠিল। কি অ', বোকাৰে লুতুৰি-পুতুৰি দেখোন, পৰিলি হ'বলা ? সি থত-মত খাই কিবা এটা উত্তৰ দিলে।

ছেঃ, বৰ বেয়া কথা হ'ল। বৈ থাকি তো আৰু লাভ নাই। ছোৱালীজনী কোনপিনে গ'ল সি দেখা নাপালে। বোধকৰোঁ ৰিক্সা লৈ গ'লগৈ। সি খৰখেদাকৈ ঘৰলৈ আহিল।

চহৰৰ উপকণ্ঠৰ ঘাই আলিটোৰপৰা ফাটি অহা শিলগুটিৰ ৰাস্তাটোৰে ডেৰ কিলোমিটাৰমান অহাৰ পিছত কেঁচা বাটটোৰে আৰু এক কিলোমিটাৰমান আহি সিহঁতৰ গাঁওখন। ঠিক গাঁও নহয়, গাঁও বুলি ক'লে ল'ৰাবোৰে বেয়াই পায়। চহৰৰ উপকণ্ঠই বুলিব পাৰি। কেঁচা বাটটো ফাটি অহা ঠাইখিনিত এজোপা প্ৰকাণ্ড আঁহত গছ আছে। ঠাইখনৰ নামো আঁহত-তল। সেই ঠাইখিনিত গধূলি হ'লে বজাৰ এখন বহে। সৰু বজাৰ। গাঁৱৰ মানুহে শাক-পাচলি, সৰু মাছ-পুঠি আদি বেচে। চহৰত আঁহত-তলৰ এই সৰু বজাৰখনৰ কিন্তু বেছ নাম আছে। সজীৱ শাক-পাচলি সস্তাত পাই বুলি চহৰৰ পৰা গধূলি হ'লে বহুতে বজাৰ কৰিবলৈ ইয়ালৈ আহে। এই জাতীয় বজাৰবোৰ এনেকুৱা একোটা নামৰ বাবেই চলি থাকে। আচলতে সস্তা বুলি ভাবি তাঁলৈকে আহে বাবে বেপাৰীয়ে বস্তুৰ দাম বঢ়াই দিয়ে। একালত প্ৰথমতে সস্তা আছিল যদিও পিছলৈ অহিন এখন বজাৰৰ সৈতে একে দাম হোৱা সত্ত্বেও পূৰ্বৰ নামতেই এনেকুৱা বজাৰবোৰৰ জনপ্ৰিয়তা নকমে। আঁহত-তলৰ বজাৰখনো তেনেকুৱা ধৰণৰ এখন বজাৰ।

মাকে কোৱামতে সি বজাৰৰপৰা পাচলি অলপ কিনি প্লাষ্টিকৰ মোনা এটাত ভৰাই চাইকেলৰ হেণ্ডেলত আঁৰি আহি আছিল। পিছে সেই যে সি চাইকেলৰপৰা পৰিল তেতিয়াই বোধকৰোঁ পাচলিৰ মোনাটোও পৰি গ'ল। সি গমকে নেপালে। গমকে নেপালে মানে নাৰ্ভাচ হৈ সি পাচলিৰ কথা পাহৰিয়ে গ'ল। ঘৰত গধূলি মাকে সুধিলতহে তাৰ মনত পৰিল। মাকক সম্পূৰ্ণ কথাখিনি ক'বলৈ তাৰ লাজ লাগিল। এতিয়ানো ক'ত আৰু পাচলি আনিবলৈ যাব ? বাৰীৰ পাচলি যি য'ত আছে তাৰেই চলি যাব আৰু।

গা-পা ধুই কাপোৰ-কানি সলাই সি কিতাপ এখন লৈ বহিছেহে, মাকে চাহ একাপ দি তাক ক'লেহি ঃ তোক ক'বলৈকে পাহৰিছোঁ। অথনি বস্নেনে আহি তোক মাতি

গৈছে। কিবা জৰুৰী কথা আছে হেনো। কাইলৈ সি নেথাকে, ৰাতিপুৱাই যাব হেনো। সেইবাবে তোক আজিয়ে মাতিছে।

ঘড়ীটো চাই সি দেখিলে সাত বাজি গ'লেই। এতিয়া আকৌ এই দুই কিলোমিটাৰ বাট যাব লাগিব। মনে মনে সি বিৰক্ত হ'ল। ৰমেনদাই আকৌ এনেয়ে নেমাতে। কিবা নিশ্চয় জৰুৰী প্ৰয়োজন আছে।

ৰমেন সিহঁতৰ দূৰ সম্পৰ্কীয় মামাকৰ ল'ৰা। বয়সত তাতকৈ প্ৰায় দহ বছৰৰ ডাঙৰ। স্থানীয় আই-টি-আইখনত প্ৰশিক্ষকৰ চাকৰি কৰে। ঘৰৰ ডাঙৰ ল'ৰা। যোৱাবেলি বিয়াও কৰাইছে। অলকা বৌক বৰ ভাল লাগে। কামে-কাজে, কথাই-বতৰাই, স্বভাব-চৰিত্ৰই সকলো মিলি অলকা বৌ বৰ লক্ষ্মী তিৰোতা বুলি সকলোৱে কলাগে। ঘৰ এখন বুলিলে তাৰ আকৰ্ষণৰ কেন্দ্ৰ বিন্দু যে ঘৰৰ মানুহজনী সেই কথা অলকা বৌৰ ক্ষেত্ৰতে প্ৰযোজ্য হয়। দেখিবলৈকো অলকা বৌ বৰ ধুনীয়া। নাৰীৰ ৰূপো নিশ্চয়কৈ এক আকৰ্ষণী শক্তি।

অলকা বৌৰ সম্পৰ্কত এইদৰে ভাবি তাৰ অৱশ্যে লাজ লাগিল। ৰমেনদাক সি সকৰেপৰা ভাল পায়। ৰমেনদাৰ ঘৰলৈ যোৱাৰ আকৰ্ষণ তাৰ বাবে অলকা বৌ নিশ্চয় নহয়। অলকা বৌ অহা আজি এবছৰহে হৈছে। তাৰ আগতে ৰমেনদাৰ সৈতে সম্পৰ্ক তাৰ আৰু ঘনিষ্ঠহে আছিল। অলকা বৌৰ সম্পৰ্কত নিজেই নিজৰ ওচৰত এইদৰে কৈফিয়ৎ দিব লগীয়া হোৱাত সি দ্বিতীয়বাৰৰ বাবে লজ্জিত হ'ল। আচলতে লাজ পাব লগীয়া একো নাই। ৰূপৰ এক সুকীয়া আদৰ আছেই। অলকা বৌ ধুনীয়া বাবেই যদি তেওঁৰ সান্নিধ্য ভাল লাগে, তাত অস্বাভাৱিকতা একো নাই।

মাকক মাত দি সি চাইকেলখন লৈ ওলাই গ'ল। ৰমেনহঁতৰ ঘৰত গৈ দেখে ৰমেন তেতিয়াও ঘৰ পোৱাহি নাই। অলকা বৌ ওলাই আহি তাৰ আগত ভোৰ-ভোৰালে। কামৰপৰা আহি আবেলিতে ঘৰত চাহ কাপ খায়েই যি ওলাই গৈছে, এতিয়ালৈকে উভতি অহাৰ নাম নাই। ক'ত যে তলৌ তলৌকে ঘূৰি ফুৰে ক'ব নোৱাৰো। ঘৰটোত থাকিব নোখোজে বুইছানে।

অলকা বৌৰ দৰে সুন্দৰী পত্নী পায়ো ৰমেনদা ঘৰত থাকিব নোখোজে, আচৰিত কথা! সি টিপ্পনি দিব খুজিছিল। অলকা বৌক খোলা খুলিকৈ বহু কথা ক'ম বুলি ভাবিও কিয় জানো তাৰ সংকোচ হয়। ফলত অলকা বৌৰ সন্মুখত সি সদায়ে শ্ৰোতাৰ ভূমিকা পালন কৰে।

: ৰমেনদাই মোক কিয় মাতিছিল তুমি জানানে ?

: বেলেগ কিবা কথা আছে যদি নাজানো, এটা কথা পিছে জানো। কটন কলেজৰ এড্‌মিচনৰ সম্পৰ্কত কিবা তোমাৰ সৈতে আলোচনা কৰিব হেনো। মোৰ

ভৰ্ণ্টিজনী কটনত পঢ়িব খুজিছে। তাই আজি আহি পাইছে। দাদাৰাই তোমাৰ কথা কৈছে, তোমাক প্ৰফেচাৰবোৰে চিনি জানি পায়।

কথাখিনি কৈ অলকা বৌ ভিতৰলৈ গ'ল আৰু অলপ পিছতে ভনীয়েকক লগত লৈ ওলাই আহিল।

ঃ এইজনী মোৰ ভৰ্ণ্টি। তুমি লগ পোৱা নাই নহয়। তাই এইবাৰ হায়াৰ চেকেণ্ডাৰী পাছ কৰিলে। ফাৰ্ষ্ট ডিভিজন আৰু দুটাত লেটাৰ পাইছে। তোমাৰ দৰে খুব বাহিৰা কিতাপ পঢ়ি ভাল পায়।

সি হতভম্ব হৈ বৈ থাকিল। আচৰিত সংযোগ নহয়নে ?

অলকা বৌৱে কৈ গ'ল। এইৰ কলেজত পঢ়া সম্পৰ্কে দাদাৰাই তোমাৰ সৈতে কিবা আলোচনা কৰিব খুজিছে। এই আজি গধূলি পাইছেহি। আহোঁতে বাটত দুৰ্গতি। পিছল খাই পৰি বোকাত লুতুৰি-পুতুৰি হৈ ঘৰ ওলাইছেহি।

ছোৱালীজনীয়ে তাৰ ফালে চাই মিচিক-মিচিককৈ হাঁহি আছে। সি অপ্ৰস্তুত হৈ পৰা অৱস্থাটো তাই যেন উপভোগ কৰিছে। ভনীয়েকক তাৰ সৈতে কথা পাতিবলৈ কৈ অলকা বৌ চাহ কৰিবলৈ গ'ল। ছোৱালীজনী তাৰ সন্মুখৰ চকীখনত বহিল। অথনি সি ভালদৰে মন কৰা নাছিল। ছোৱালীজনী বেছ ধুনীয়া। অলকা বৌতকৈও ধুনীয়া। পাতল নীলা ৰঙৰ ফুটুকা ফুটুকি শাড়ী পিন্ধিছে। এইটো এটা মন কৰিব লগীয়া কথা। এই বয়সৰ ছোৱালীয়ে আজিকালি সাধাৰণতে শাড়ী নিপিন্ধে। আজিকালিৰ ফেশ্বনৰ চুৰিদাৰ, স্কাৰ্ট আদি পিন্ধাৰ সলনি ছোৱালীজনীয়ে শাডী পিন্ধিছে। লগৰবোৰে দেখিলে [illegible]গে গাঁৱলীয়া আখ্যা দিব।

প্ৰাৰম্ভিক অপ্ৰস্তুত হোৱা ভাব কাটি উঠাৰ পিছত সি লাহে লাহে সহজ হৈ আহিল। পৰীক্ষা আদি কথা সোধাৰ মাজে মাজে সি ছোৱালীজনীক নিৰীক্ষণ কৰি থকাৰ লোভ সামৰিব নোৱাৰিলে। ছোৱালীজনীয়ে হাঁহিলে দুয়োখন গালতে সৰু দুটা টোল পৰে। চেলাউৰিযোৰ ডাঠ ক'লা আৰু ধেনুভিৰীয়া। চুলিকোছা দীঘল কেঁকোৰা-কেঁকুৰি। ছোৱালীজনী স্বাস্থ্যৱতী। গাৰ ৰং উজ্জ্বল সোণালী। থুতৰিত এটা মাহ আছে। মুখখন দীঘলীয়া। চকু দুটা ডাঙৰ ডাঙৰ। মুখমণ্ডলত দীঘলীয়া ভ্ৰমণজনিত ক্লান্তিৰ ছাপ স্পষ্ট।

বাটত অথনি লগ পাওঁতে ছোৱালীজনীৰ সম্পৰ্কত যি ধাৰণা হৈছিল প্ৰকৃততে তেনেকুৱা নহয়। তেতিয়া ছোৱালীজনীক বেছ স্মাৰ্ট আৰু অলপ এগ্ৰেচিভ যেন লাগিছিল। সি আজিকালিৰ স্মাৰ্ট ছোৱালীবোৰক সমীহ কৰি চলে। সি বোধকৰোঁ পুৰণিকলীয়া হৈ আছে।

ঃ আপোনাক আকৌ এইদৰে লগ পাই যাম ভবাই নাছিলো। আচৰিত সংযোগ নহয়নে ? আপুনি মোক 'আপুনি আপুনি' কৈছে কেলেই ?

ঃ এৰা, হিন্দী চিনেমাৰ দৰেই হৈছে। আপুনি — মানে তুমি অথনি সাউৎ কৰে কেনি গুচি আহিলা মই ধৰিবকে নোৱাৰিলো।

ঃ যিটোহে ৰূপ হৈছিল তাত সৰহপৰ থাকিবলৈ দিগদাৰি লাগিল। বিল্লা এখন পাই তাতে উঠি দিলো।

অলকা বৌৱে চাহ দিলেহি। ৰমেনদাও অলপ পিছতে ঘৰ সোমাল। তাক দেখি চিঞৰি চিঞৰি ক'লে ঃ তোক মাতি আহি মই ঘৰেই পোৱা নাই তই হ'বলা হাজিৰ। এওঁ অহা খবৰ আগতে পাব হ'বলা। তোকেই গার্জেন পাতি দিব খুজিছোঁ। তোৰ সৈতে মিলিব বেছ। কথা-বতৰা হ'লনে তহঁতৰ মাজত ? সেই কাৰণেই মাতি আহিছোঁ।

ৰমেনদাটোৰ লগত এইটোৱেই দিগদাৰ। আগগুৰি নোহোৱাকৈ যা-তা কথা যেতিয়াই তেতিয়াই কৈ মানুহক অপ্ৰস্তুত কৰি দিয়ে। আজিও ৰমেনদাৰ কথাত তাৰ কাণ-মূৰ গৰম হ'ল।

## ভগা আয়নাত খণ্ডিত প্ৰতিবিম্ব - ৩

সেইবোৰ এতিয়া অতীতৰ কথা। অতীতৰ সৰু সৰু কথা। সৰু সৰু কথা হ'লেও অতীতৰ কথাবোৰে মানুহৰ জীৱনত কেনেদৰে দাগ কাটি চিন ৰাখি থৈ যায়। যুধিষ্ঠিৰৰ পিছ নেৰা কুকুৰটোৰ দৰে এনেকুৱা অতীতে মানুহৰ সঙ্গ নেৰে। এৰাব খুজিলেও নেৰে, পিছে পিছে আহি থাকে।

তাৰ বয়স তেতিয়া কিমান জানো ? হয়তো ৬/৭ বছৰ। সকলো কথা মনত নাই। কিন্তু এটা দুটা কথা মনত আছে। জাৰকালি জুহালৰ গুৰিত জুই পুউওৱা কথা। মাকে পুৰি দিয়া আলুগুটি খাই খাই দেউতাকৰ মুখত শুনা নেপোলিয়নৰ কথা, ৰুছ দেশৰ কথা, আমাৰ দেশৰ স্বাধীনতাৰ হকে যুদ্ধ কৰা বীৰসকলৰ কথা।

সাধু শুনিবলৈ সৰুৰেপৰা সি আছিল পাগল। তন্ময় হৈ সি শুনিছিল মাকে কোৱা অপেছৰীৰ সাধু, জোনত চৰি ফুৰা পহুটোৰ সাধু, কণ ভূতৰ সাধু। মাকে কোৱা আৰু দেউতাকে কোৱা সাধুবোৰ সম্পূৰ্ণ ভিন্ন স্বাদৰ আছিল। দেউতাকে আমাৰ দেশৰ কথা কৈছিল। দেশখননো কিমান ডাঙৰ, দেশখননো কেনেকুৱা সেই সম্পৰ্কে সি একো ধাৰণা কৰিব পৰা নাছিল। দেশখনত যে বেলেগ বেলেগ ধৰণৰ মানুহ বাস কৰে সেই কথা কিন্তু বুজি পাইছিল।

জাৰকালি মাটি কাটিবলৈ বিহাৰী মানুহ কিছুমান আহি সিহঁতৰ গাঁৱত থাকেহি। অম্বিকা ঠিকাদাৰে মথাউৰিৰ কাম কৰিবলৈ প্ৰতি বছৰে সিহঁতক আনে। সিহঁতৰ গাঁৱৰ প্ৰাইমাৰী স্কুলখনৰ সন্মুখতে সিহঁতে কেম্প কৰি থাকে। সিহঁত আহিলে বৰ ভাল লাগে। কামৰপৰা ঘূৰি আহি মানুহজাকে গধূলি খেৰ-বাঁহেৰে ডাঙৰকৈ জুই জ্বলায় আৰু গীত গায়। সিহঁত ল'ৰা-ছোৱালীবোৰ লগ হৈ গধূলি বিহাৰী লোকবোৰৰ কেম্পত এপাক মাৰি অহাটো নিয়মৰ দৰে হৈ পৰে। ল'ৰা-ছোৱালীবোৰক সিহঁতেও বৰ মৰম কৰে।

প্ৰথমতে সিহঁতৰ মাজত ভাষাটো এটা ব্যৱধান আছিল। পিছলৈ প্ৰত্যেকে প্ৰত্যেকৰ ভাষা বুজি পোৱা হৈ গ'ল। মানুহবোৰে কি কথা পাতিছিল আজি একো মনত

নাই। সিহঁত দেখিবলৈ কেনেকুৱা আছিল সেই কথাও মনত নাই। কিন্তু আচৰিত কথা, বিস্মৃতিৰ এনে গভীৰ তলিতো স্ফটিকৰ দৰে স্বচ্ছ ৰূপত জিলিকি আছে দুই এখন মুখ যিবোৰে তাৰ মানসপটত অগা-ডেৱা কৰে অকাৰণে। অইনৰ হয়নে নহয় এনেকুৱা সি নেজানে, তাৰ কিন্তু হয়। কোনো কাৰণ নোহোৱাকৈ কেতিয়াবা কিছুমান কথা, কেতিয়াবা কিছুমান মানুহৰ মুখ তাৰ মনলৈ আহে। অতীতৰ সক সক কথা। চিনো নিচিনো, মনো নমনো কিছুমান মুখ। বহু সময়ত অনামী অচিনা অজানা।

আজিও তেনেকুৱা হ'ল। বিস্মৃতিৰপৰা কঁপি কঁপি উঠি আহি যেন স্থিৰ হৈ ৰ'ল তাৰ সন্মুখত তেনেকুৱা এখন মুখ। কোনো বিশেষ ব্যক্তিৰ মুখ নহয়, এজন সাধাৰণ লোকৰ এখন অতীব সাধাৰণ মুখ। মনত ৰাখিব লগীয়া হয়নে নহয় সি নেজানে, মনত কিয় আছে তাকো সি নেজানে।

আগৰ বছৰৰ দৰে সেইবাৰো প্ৰাইমাৰী স্কুলৰ সন্মুখৰ মুকলিখিনিত বিহাৰী মানুহবোৰে কেম্প কৰিছে। স্কুল ছুটীৰ পিছত ভালেখিনি সময় সিহঁতে কেম্পটোত কটোৱাৰ সুযোগ ওলাইছে। মানুহবোৰৰ ধৰণ-কৰণ, খোৱা-বোৱা, কথা-বতৰা, এই সকলোবোৰ আচহুৱা। গতিকে স্বাভাৱিকতে ল'ৰা-ছোৱালীবোৰৰ কৌতূহল হয়। কেম্পটোৱে সিহঁতক আকৰ্ষণ কৰে।

ৰাতিপুৱাতে ভাত খাই মানুহবোৰ দিনটোলৈ কামলৈ ওলাই যায়। দিনৰ ভাগত কেম্পটোত এজন বা দুজন ৰখীয়া থাকে। ৰখীয়া কেইজনে কেম্পটো চাক কৰি ৰাখে, খৰি-খেৰ গোটাই থয়। সিহঁতৰ কামবোৰ চাই থাকি তাৰ বৰ ভাল লাগে। নগৰ আনবোৰ ঘৰলৈ গুচি অহাৰ পিছতো সি কেম্পটোত বৈ মানুহবোৰৰ কাম কাজ চাই থাকে। সিহঁতৰ ঘৰৰপৰা বৰ বেছি দূৰ নহয়। ৰাতি হ'লে মানুহবোৰে চিঞৰি চিঞৰি গীত গায়। জুই জ্বলাই লৈ সিহঁতে এইদৰে ৰাতি হ'লে গীত গায়। দিনটোৰ শ্ৰমৰ ভাগৰ আৰু ৰাতিৰ জাৰক সেইদৰে সিহঁতে বিতাৰিত কৰাৰ প্ৰয়াস কৰে।

দূৰৰপৰা ভাহি অহা সিহঁতৰ গীতৰ সুৰ আৰু ঢোলৰ শব্দ শুনি তাৰ বৰ ভাল লাগে। শুনি শুনি সি বিছনাত টোপনি যায়। সিহঁতক তাৰ বৰ সুখী যেন লাগে। সি কল্পনা কৰে সিও যদি সিহঁতৰ দৰে এনেকুৱা মুকলিমূৰীয়া হ'লহেঁতেন। সিও যদি নীলা আকাশৰ তলত কোনো বন্ধন নোহোৱাকৈ চিঞৰি চিঞৰি গীত গাই ভাগৰি টোপনি যাব পাৰিলেহেঁতেন।

আকৌ খেলিমেলি লাগিল। পানীত প্ৰতিবিম্বিত হোৱা ছবিৰ দৰে একোৱাৰ স্থিৰ হ'ব খুজি সামান্য আলোড়নতে পিছ মুহূৰ্তত যেন অন্তৰ্ধান হ'ল। এৰা, সেইৰে মানুহজন! তাৰ সৈতে কোনো সম্পৰ্ক নাই, কোনো ধৰণৰ যোগসূত্ৰ নাই অথচ তাৰ কথা মনত আছে। জীৱিকাৰ তাড়নাত ওলাই আহি সি এদিন অচিন ঠাই এখনত আত্মীয়-

পৰিজনৰপৰা আঁতৰত দুদিনৰ ঘৰত পৰি মৰি থাকিল। ঘটনাটো অসাধাৰণ একো নহয়। অতি সাধাৰণ ঘটনা। কত মানুহ এনেদৰে মৰিছে! অথচ সাধাৰণ ঘটনাটোৱেই তাৰ মনত কিয় এনেদৰে দাগ কাটি গৈছে সি নেজানে। আজিৰপৰা কিমান বছৰ আগৰ কথা!

অম্বিকা ঠিকাদাৰে অনা বিহাৰী মানুহবোৰৰ কেম্পৰ ৰখীয়া সেই যে মানুহ-জন। আধা পকা আধা কেঁচা এমূৰ চুলি, হাঁহি থকা এখন মুখ, উজ্জ্বল দুটা চকু আৰু মজলীয়া গাৰ গঠন। আগফালে ঈষৎ হাউলি পৰা খোজৰ ভঙ্গীৰে সেই মানুহজনৰ প্ৰতিটো চাল-চলন তাৰ মনত আছে। কেম্পটো সাৰি-পুচি চাফ কৰি ৰখা, খৰি-খেৰ গোটোৱা আদি কামত সদা-ব্যস্ত মানুহজনক চাই থাকি তাৰ ভাল লাগে। আপোনমনে গুণগুণাই সি কিবা গীত গায় আৰু কামৰ ফাঁকে ফাঁকে তাক ইটো-সিটো কথা সোধে। প্ৰথমতে ভাষাটো অন্তৰায় যেন লাগিছিল যদিও পিছলৈ সেই সমস্যা আঁতৰ হ'ল। সিহঁত দুয়োটাৰে সম্মিলিত প্ৰচেষ্টাত এনে এক ভাষাৰ সৃষ্টি হ'ল যে সিহঁতে পৰস্পৰৰ মাজত অনায়াসে ভাব বিনিময় কৰিব পৰা হ'ল।

মানুহজনৰ ল'ৰা-ছোৱালী আছিল হেনো তিনিটা। একেবাৰে সৰুটো তাৰ বয়সৰ। ডাঙৰটো ল'ৰা চাৰি বছৰমান আগেয়ে ঘৰৰপৰা গুচি গৈছে। ক'লৈ গৈছে কোনেও নেজানে। মানুহজনে ঘৰত থৈ আহিছে তাৰ বুঢ়ী মাকজনী, তাৰ ঘৈণীয়েক আৰু সৰু ল'ৰা-ছোৱালীহাল। ঘৰৰ কথা সুধিলে তাৰ চকু মুখ উজ্জ্বল হৈ পৰে। সম্ভৱ তাৰ মন উৰা মাৰে ঘৰলৈ। সি কল্পনা কৰি চাবৰ চেষ্টা কৰে মানুহজনৰ ঘৰখন কেনেকুৱা হ'ব পাৰে।

তাৰ শিশু মনতো তেতিয়াই এটা কথাই আঁচ পেলাইছিল। শামুকে পিঠিত তাৰ খোলাটো কঢ়িয়াই লৈ ফুৰাৰ দৰে মানুহেও বাৰু ঘৰখনৰ স্মৃতি মনৰ মাজত অহৰহ কঢ়িয়াই লৈ ফুৰে নেকি? ভিন্ন বং ভিন্ন আকাৰৰ খোলাৰ মাজত সোমাই থকা শামুকবোৰৰ দৰে মানুহ সকলোবোৰ প্ৰকৃততে একেই নেকি বাৰু? মানুহবোৰ শামুকৰ দৰে?

এৰা, মানুহবোৰ শামুকৰ দৰে। শামুকৰ দৰে মানুহেও অহৰহ বোকোচাত লৈ ফুৰে পুৰণি ঘৰৰ স্মৃতি। অতি সংগোপনে মানুহে কঢ়িয়াই ফুৰে মায়া-মমতা-প্ৰেমৰ জীৱাণু। সংক্ৰমণৰ থলি পালেই সেই জীৱাণুৱে কন্তেকত সংক্ৰমিত কৰে। সেই মানুহজনবো তেনেকুৱাই হৈছিল। মানুহজনে হয়তো তাৰ মাজত নিজৰ পুতেকক দেখা পাইছিল। মৃত্যুৰ সময়ত মানুহজনৰ মুখখনৰ দৃশ্য তাৰ স্পষ্ট মনত আছে। ভয়, আতঙ্ক, দুখ, যন্ত্ৰণা মিশ্ৰিত নিৰ্বাক এখন মুখ। কৌতূহলবশতঃ সেইদিনা সি খেৰৰ চালিখনৰ ভিতৰলৈ গৈছিল। ওচৰত আনজন সঙ্গী বহি আছিল। মানুহজনে তাৰ পিনে এবাৰ থৰ লাগি চালে। দুচকুৰে কেইটোপালমান লোতক বাগৰি আহিল। আৰু কন্তেক পিছতে

সকলো নিথৰ নিস্পন্দ। এটা জীৱনৰ অৱসান। পকত্বা এটাৰ এটা জীৱন। পকত্বা এটাৰ জন্ম বা মৃত্যুৱে কাৰ ক'ত কি হানি বিঘিনি ঘটায়! পকত্বা এটাৰ মৃত্যুক কোনে বাক কিয় মনত ৰাখে ?

মনত ৰাখিব নুখুজিলেও মনত থাকে। অকাৰণে হ'লেও মনত থাকে। সেই মানুহজনৰ কথা তেনেকৈয়ে তাৰ মনত আছে। হয়, মানুহে শামুকৰ দৰে বোকোচাত স্মৃতিৰ খোলা কঢ়িয়াই ফুৰে। থুনুকা খোলাই তাক আশ্ৰয় দিয়ক নিদিয়ক মানুহে সেই খোলাৰ মাজতে কেতিয়াবা আশ্ৰয় বিচাৰে। আশ্ৰয়ৰ নামত সেই খোলাৰ মাজত সাময়িকভাৱে হ'লেও নিজকে বন্দী কৰি ৰাখে। সেই বন্দীত্বৰো এক ভিন্ন স্বাদ আছে। সম্পূৰ্ণ এক ভিন্ন স্বাদ।

মৃত্যুৰ আতঙ্ক, মৃত্যুৰ ভয়, মৃত্যুৰ যন্ত্ৰণা মানুহৰ মুখমণ্ডলত কিদৰে লেখা হয় তাৰ সৈতে প্ৰথম পৰিচয় ঘটিছিল সেইদিনা। মানুহজনৰ সেই মুখখন তাৰ সম্ভৱ সেইবাবেই মনত আছে। তাৰ পিছত তেনেকুৱা মুখ সি বহুবাৰেই দেখিছে। বহুবাৰ দেখিছে সি মৃত্যুৰ ভয়ে বিবৰ্ণ কৰা মুখ। দেখিছে সি জীয়াই থকাৰ কি উদগ্ৰ বাসনা! সেয়া ভিন্ন কাহিনী।

# ভগা আয়নাত খণ্ডিত প্ৰতিবিম্ব - ৪

অতনু কিয় আহি নেপালে ? বন্তিক জানো সি লগ পালে নে নাই ! অতনুক সি আকৌ কেতিয়াবা লগ পাবনে ? অতনুৰ কি হ'ল ? সি বোধকৰোঁ অকৃতকাৰ্য হ'ল। বন্তিক বোধকৰোঁ সি লগ ধৰিব নোৱাৰিলে।

আৰু ইতিমধ্যে এই অঘটনটো ঘটি গ'ল।

মূৰৰ ভিতৰখন কিবা খালি খালি যেন লাগিছে। তাৰ ভাব হৈছে সি শূন্যতে ওপঙি আছে। কেউপিনে তাৰ অপাৰ শূন্যতা। তাৰ কিবা মনত পৰেনে ? আকৌ সেই পুৰণি প্ৰশ্ন। সি বাৰু মৃত নে জীৱিত ? এই যে কথাবোৰ গুৱি পকাৰ দৰে লানি নিছিগাকৈ তাৰ মনলৈ আহি আছে এইটোৱে তাৰ জীয়াই থকাৰ লক্ষণ নহয়নে ? জীৱিত মানুহৰ এটা দেহ থাকে, এটা শৰীৰ থাকে। জীৱিত মানুহৰ দেহৰ অঙ্গ-প্ৰত্যঙ্গবোৰ মানুহজনৰ নিয়ন্ত্ৰণত থাকে। কিন্তু তাৰ দেহটো আছেনে নাই সি যেন নিশ্চিত নহয়। তাৰ দেহৰ কোনো অঙ্গ-প্ৰত্যঙ্গই তাৰ নিয়ন্ত্ৰণত নাই। সি যেন নিশ্চিত নহয় এই যে সি সোমাই আছে, সি সোমাই থকা দেহটো তাৰ নে আইন কাৰোবাৰ।

আকৌ এবাৰ যোৱা দুদিনৰ ঘটনা জুকিয়াই চাবলৈ সি চেষ্টা কৰিলে। মনত পৰেনে তাৰ ? অতনু অহালৈ তাৰ উৎকণ্ঠ প্ৰতীক্ষা। তীব্ৰ জ্বৰ। অতনু আহিব, অতনুৱে বন্তিৰ খবৰ আনিব। সি ভাবি আছে। কাষৰ চাংখনত কোন শুই আছে বাৰু ? গছৰ পাতবোৰ টপ টপকৈ নিয়ৰৰ টোপাল সৰিছে। গভীৰ অৰণ্যৰ আদিম নৈঃশব্দ্যক জোঁকাৰি দিছে। কেবাটাও চৰাই একেলগে ধপ্ ধপ্কৈ উৰি গৈছে। তাৰ জাৰ লাগিছে। সমীৰণহঁতক মাতিব নেকি ? ইমান দুৰ্বল হৈছেনে বাৰু সি ? মূৰটো আচন্নাই কৰা যেন লাগিছে।

... গুৰুম, গুৰুম্। গুৰুম্, গুৰুম্। প্ৰচণ্ড গুলিৰ শব্দই নিশাৰ অৰণ্য কঁপাই তুলিলে। ক্ষন্তেক আগলৈকে বিৰাজমান আদিম নৈঃশব্দ্যক চিৰাচিৰ কৰা অতৰ্কিত শব্দৰ এই তীব্ৰতাত সি হতভম্ব হৈ ৰ'ল ক্ষন্তেকপৰ। পিছ মুহূৰ্ততে তাৰ সম্বিৎ ঘূৰি আহিল আৰু ঘটনাটো উপলব্ধি কৰিবলৈ চেষ্টা কৰিলে। সি একে জাঁপে চাঙৰপৰা নামিল আৰু বন্দুকটো আনিবলৈ বেৰৰ পিনে গতি কৰিলে। বন্দুকটো হাতেৰে চুবলৈ সি নেপালে, মূৰ ঘূৰাই পৰি গ'ল।

কিমান সময় হ'ব সি ক'ব নোৱাৰে। সি যেতিয়া জ্ঞান পায় তেতিয়া দেখে ইমটিয়াজে তাক আধা বোকোচাত তোলাৰ দৰে আৰু আধা চোঁচৰাই চোঁচৰাই টানি আনিছে। ইমটিয়াজৰ কান্ধত ভৰ দি সি থিয় হ'বৰ চেষ্টা কৰিলে আৰু লগে লগে দৌৰিবলৈ চেষ্টা কৰিলে। নিয়ৰত তিতি থকা বন আৰু জোপোহাৰ মাজে মাজে সিহঁতে প্ৰাণপণে দৌৰিছে। যিমান খৰকৈ পাৰে শব্দৰ বিপৰীত দিশত সিহঁত লৰ দিছে। নিশাৰ এন্ধাৰ আৰু নিস্তব্ধতাক বিদীৰ্ণ কৰা প্ৰচণ্ড শব্দবোৰ সিহঁতৰ পিছত ধাৱমান হৈছে। বাকী কেইটা কোন কেনি গ'ল জানো ! ইমটিয়াজে গালি পাৰি পাৰি দৌৰিছে : চালা, গান্দাৰৰ দল, তহঁতকো চাই ল'ম।

কিমান সময়, কিমান দূৰ অতিক্ৰান্ত হ'ল সি ক'ব নোৱাৰে। জীয়াই থকাৰ জান্তৱ তাড়নাত সিহঁত কেৱল দৌৰিছে। অন্ধকাৰৰ মাজে মাজে বিশাল অৰণ্যৰ মাজে মাজে সিহঁত দৌৰিছে। সংজ্ঞাহীনভাৱে দৌৰিছে। দৌৰিছে। আৰু দৌৰিছে। হেজাৰ বছৰ ধৰি যেন এইদৰে ধাৱমান সিহঁত। হেজাৰ বছৰ। হেজাৰ বছৰৰ আগৰ মানুহ সি। হেজাৰ বছৰ ধৰি সি এইদৰেই দৌৰিছে।

তাৰ গাটো পাতল পাতল লাগিল। ইমটিয়াজৰ গাত দিয়া ভৰ সি কমাই দিলে। হঠাতে তাৰ গাঁলে যেন বল আহিল। গাঁলে শক্তি আহিল। সি বেগাই দৌৰিব পাৰিছে। আগতকৈ বেগাই দৌৰিছে। প্ৰকৃততে হেজাৰ বছৰ ধৰি সি দৌৰিছে। ভাগৰ লগাৰ, জিৰণি লোৱাৰ প্ৰশ্নই নুঠে। হেজাৰ বছৰ ধৰি অতিক্ৰম কৰিছে সি বহু যোজন পথ। অতিক্ৰম কৰিছে বহু বহু অৰণ্য। এই অৰণ্যও সি পাৰ হ'ব লাগিব।

ইমটিয়াজৰ মাতটো তাৰ অচিনাকি যেন লাগিল। কান্ধত ধৰি আহি থকা ইমটিয়াজৰ মাতটো যেন দূৰৰ অন্য গ্ৰহ এটাৰপৰাহে ভাহি আহিছে। ইমটিয়াজ যেন বহু দূৰৰ এক অচিনাকি গ্ৰহৰ বাসিন্দা। কিয় বাৰু তেনে অনুভৱ হৈছে ? সি ক'ব নোৱাৰে। ইমটিয়াজে তাক কিবা-কিবি কৈ আহি আছে। আমি কোনপিনে আহি আছোঁ ধৰিব পৰা নাই। সম্ভৱ আমি ওলোটা পিনে গৈ আছোঁ। তোৰ গাটো বৰ গৰম। জ্বৰ আছে বেছ। ঔষধো তো একো নাই লগত। আৰু অলপ দূৰ গৈ আমি ক্ষন্তেক জিৰাই ল'ম। কুকুৰ কেইটাই পিছ এৰা নাই। শব্দটো মন কৰি আহিছনে ? ভালকৈ মন কৰচোন। সিহঁত আনপিনে যোৱা যেন লাগিছে। আৰু কেইমিনিটমান খোজ কাঢ়িব পাৰিবিনে ?

এটা শিলৰ ওপৰত সিহঁত বহি পৰিল।

: এটা কথা তোক ক'ম ক'ম বুলি ভাবি আছিলো। কথাটো কি জাননে ? মোৰ কিছু দিনৰপৰা কিবা ভাল লগা নাই। তই হয়তো ক'ব পাৰ মোৰ উন্মা শেষ হ'ল। পিছে নহয়, সেইবোৰ একো নহয়। মই ভাগৰা নাই। তদুপৰি উন্মাৰ বশৱৰ্তী হৈ মই

একো কৰা নাই। যি কৰিছোঁ, যি সিদ্ধান্ত লৈছোঁ ধীৰে-সুস্থিৰে ভাবি-চিন্তিয়েই কৰিছোঁ। ভুল হয়তো হ'ব পাৰে। মানুহে ভুলৰ পৰাই তো শিক্ষা লাভ কৰে।

ইমটিয়াজে দীঘলীয়া পাতনি মেলি কি ক'ব খুজিছে বাৰু ? এইটো জানো এনেকুৱা কথাৰ সময় ! ইমটিয়াজৰ গাত ভেজা দি বহি সি ফোঁপাইছে। উশাহবোৰ তাৰ চুটি চুটি হৈছে। সি বোধকৰোঁ আৰু দৌৰিব নোৱাৰিব। আচলতে ইমটিয়াজে কথা লুকুওৱাৰ চেষ্টা কৰিছে। তাৰ ভাগৰ লগাটোৱেই সঁচা। সি ক্লান্ত হৈ পৰাটোৱেই সঁচা। কথাৰে তাকেই মাথোঁ লুকাবৰ প্ৰয়াস কৰিছে। ক ইমটিয়াজ, কি ক'ব খুজিছ সোনকালে ক। তোৰ কথা শুনাৰ পিছত মঞো মোৰ কথা ক'ম। চিন্তা কৰিব নেলাগে, ইয়াত তোৰ মোৰ বাহিৰে এই মুহূৰ্তত আৰু তো কোনো নাই।

তাৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। সি আৰু নোৱাৰে। ইমটিয়াজ যোৱা উচিত। তাৰ বাবে ইমটিয়াজ বিপদত পৰিব নেলাগে। ইমটিয়াজে কি কৈ আছে সি শুনা নাই। সম্ভৱতঃ তাৰ কথাখিনিকে অৰ্থাৎ সি ক'ব-খোজা কথাখিনিকে ইমটিয়াজে কৈছে। End আৰু meansৰ প্ৰশ্নই তাৰ মানে ইমটিয়াজৰ মনতো উকি মাৰিছে ? ধূম্ৰৰ কুঁৱলীয়ে সেমেকা পোহৰ ঢাকি পেলালে।

দূৰৈৰপৰা শুকান পাতৰ খৰ-মৰ শব্দ এটা ওচৰ চাপি আহিল। হঠাতে ইমটিয়াজে চিঞৰ মাৰি উঠিল ঃ উঠ, উঠ দৌৰ ! দৌৰ ! ইয়াত জিৰাব নোৱাৰি। সিহঁত আহি পাইছে। তাক প্ৰায় দাং কোলাকৈ লোৱাৰ দৰে তুলি লৈ সি দৌৰিবলৈ চেষ্টা কৰিলে। সিহঁত দহ খোজমান গৈছিলহে মাথোঁ, তেনেতে বিকট চিঞৰ এটা মাৰি ইমটিয়াজ পৰি গ'ল। ইমটিয়াজে কিবা দুটামান শব্দ উচ্চাৰণ কৰিছিল, সি বুজি নেপালে। কিবা নিশ্চয় ক'ব খুজিছিল। সি কেৱল শুনিলে ঃ তই যা, তই যা। মোৰ শেষ হ'ল। আৰুবাক লগ পালে কবি মই আপোচ কৰা নাই।

সি হাউলি ইমটিয়াজক খেপিয়াই চালে। ইতিমধ্যে ইমটিয়াজৰ শৰীৰ নিশ্চল হৈ গৈছে। একেলগে কেইবাটাও গুলি গাত লাগিছে। পিঠিয়েদি সোমাই তাৰ বুকু-ভেদ কৰি গৈছে। কুঁৱলী আৰু শীতত সেমেকা দূৰৈৰ তৰাৰ পোহৰত নিথৰ নিস্পন্দ ইমটিয়াজৰ ৰক্তাক্ত দেহটোলৈ ক্ষন্তেক চাই থাকি তাৰ অনুভৱ হ'ল ইমটিয়াজ যেন তাৰ অচিনাকি হৈ গ'ল। এই ইমটিয়াজক সি চিনি নাপায়।

বিদায়, বন্ধু বিদায় !

সি তাৰ সমস্ত শক্তি একত্ৰ কৰি দৌৰিবলৈ আৰম্ভ কৰিলে। কিমান দূৰ আহিছে, ক'লৈ আহিছে তাৰ কোনো জ্ঞান নাই। থমকি থমকি দুই-এটা গুলিৰ শব্দই অৰণ্য কঁপাই তুলিছে। চৰাইবোৰে কেউপিনে কোলাহল কৰিছে। ভীত, ত্ৰস্ত চৰাইবোৰে আতঙ্কিত হৈ চিঞৰিছে আৰু দিশহাৰা হৈ যেনি তেনি এন্ধাৰত উৰি ফুৰিছে। প্ৰাণৰ মায়া আচৰিত !

শৰীৰৰ নিজা এক ধৰ্ম আছে। সি দৌৰিব খোজা নাই, সি পলাবও খোজা নাই আচলতে তাৰ আমনি লাগিছে। সি ক্ষন্তেক জিৰণি লোৱা উচিত। কিন্তু আশ্চৰ্যৰ বিষয়, সি নিবিচৰাকৈয়ে তো তাৰ ভৰিয়ে তাক কাঢ়িয়াই আনি আছে। সি প্ৰাণপণে দৌৰিছে।

একো একোবাৰ লতাত লাগি, জোপোহাত লাগি উজুটি খাই পৰিছে। ভৰি-হাতত দুখ পাইছে। কাঁইটত লাগি গাত তেজ ওলাইছে। সেইবোৰলৈ তাৰ ভ্ৰূক্ষেপ নাই। সি কেবল দৌৰিছে। প্ৰচণ্ড গুলিৰ শব্দৰ আগে আগে সি দৌৰিছে। ক'লৈ আহিছে, কিমান দূৰ আহিছে সি ক'ব নোৱাৰে।

হঠাতে সি অনুভৱ কৰিলে পেটৰ তলৰপৰা বাকী ডোখৰ যেন নিমিষতে তাৰ দেহৰপৰা বিচ্ছিন্ন হৈ গৈছে। এক সুতীক্ষ্ণ বৰ্ণনাতীত যন্ত্ৰণাৰ অনুভূতি। আৰু এটা গুলি তাৰ কৰঙনেৰে সৰকি গ'ল। সি বাগৰি পৰিল। তীব্ৰ যন্ত্ৰণাত তাৰ মুখৰপৰা বিকট চিঞৰ এটা ওলাল। সি থিয় হ'বলৈ চেষ্টা কৰিলে। প্ৰথমবাৰ বিফল হ'ল। দ্বিতীয়বাৰ আপ্ৰাণ চেষ্টা কৰি থিয় হ'ল যদিও চাৰিখোজমান যোৱাৰ পিছতে সি পৰি গ'ল। হাত দুখনৰ ওপৰত ভৰ দি সি চুঁচৰি যাবলৈ যত্ন কৰিলে। মুখেৰে তাৰ কাতৰ গেঙনি বাহিৰ হ'ল। যন্ত্ৰণা অনুভৱ কৰাৰ এটা সীমা আছে। নাই, তাৰ পিছত আৰু সি একো ক'ব নোৱাৰে। সি ধৰি ল'লে সি মৰিল। সি ধৰি ল'লে তাৰ মৃত্যু হৈছে।

# ভগা আয়নাত খণ্ডিত প্ৰতিবিম্ব - ৫

ৰবীন মামা আহিছে, ৰবীন মামা আহিছে ! ৰবীন মামাই সাধু ক'ব, ৰবীন মামাই গল্প ক'ব।

ৰবীন মামা অহা দেখিলেই উত্ৰাৱল হয় সকলো। জুহালৰ গুৰিত বহি ৰবীন মামাৰ কথা শুনিবলৈ সিহঁতৰ সকলোৰে হেঁচা-ঠেলা লাগে। বন্টু, চিন্টু, জুমি, মনোজ, জপু আদি কৰি ওচৰৰ সকলো ল'ৰা-ছোৱালী হাজিৰ হয়। অনুষ্ঠানৰ অন্য এক আকৰ্ষণ হ'ল জাঁজী পেহীৰ আলু পোৰা। জুহালত নতুন আলু পুৰি জাঁজী পেহীয়ে সকলোকে দিয়ে। আলু পোৰা খাই খাই ৰবীন মামাৰ গল্প শুনা কি যে মজা !

ৰবীন মামা সকলোৰে মামা। আচলতে মামা হ'ল তাৰ মাকৰ। পিছে ৰবীন মামা গোটেই গাওঁখনৰেই মামা। তেওঁ আহিলে সকলোৱে গম পাই যায়। অকল ল'ৰা-ছোৱালীবোৰেই নহয়, ডাঙৰবোৰেও ৰবীন মামাক ভাল পায়। ৰবীন মামা তেওঁলোকৰো মামা। মামাই নানা ধৰণৰ ৰসাল গল্প কয়। গতিকে তেওঁ থকা কেইদিন সিহঁতৰ ঘৰলৈ মানুহৰ সোঁত বয়। ৰবীন মামাই লগত অনবৰত কপাহী কাপোৰৰ মোনা এটা কান্ধত লৈ ফুৰে। সেই মোনাটো সক ল'ৰা-ছোৱালীৰ অপাৰ কৌতূহলৰ উৎস। ৰবীন মামাই তাতেই সাধুবোৰ ভৰাই ৰাখে। সেই মোনাটো মেলিলেই নানা ৰঙৰ পখিলাৰ দৰে সুন্দৰ সুন্দৰ কাহিনীবোৰ ওলাই আহে। কাহিনীবোৰ, সাধুবোৰ একো একোটা সপোন হয়। এই সপোনৰ বাবে ল'ৰা-ছোৱালীবোৰ আৰু বয়োজ্যেষ্ঠসকলো ৰবীন মামাক লৈ উত্ৰাৱল হয়। ৰবীন মামাই সপোন কঢ়িয়াই ফুৰে। সেইবাবেই ৰবীন মামা সকলোৰে ইমান আপোন।

ৰবীন মামাৰ নিজৰ ঘটনাবোৰহে বেছি ভাল লাগে। দেশৰ স্বাধীনতা আন্দোলনত মামাই হেনো ভাগ লৈছিল। মামাই পিছে গান্ধীজীৰ অহিংস আন্দোলনত বিশ্বাস কৰা নাছিল। তেওঁ বিপ্লৱী আছিল। ৰবীন মামা বিপ্লৱী হৈছিল। বন্দুক লৈ ইংৰাজৰ বিৰুদ্ধে হেনো তেওঁ যুদ্ধ কৰিবলৈ গৈছিল। ইংৰাজ সৈন্যৰ ৰেল গাড়ী বগৰোৱা, সৰভোগত বিমান ঘাটি ধ্বংস কৰা আদি কেবাটাও দুঃসাহসিক অভিযানত মামাই অংশ

গ্ৰহণ কৰিছিল। দুবাৰমান মামা কাণে কাণ মাৰিহে বাচিছে। তেওঁ আছিল এজন দুৰ্ধৰ্ষ বিপ্লৱী। তেওঁৰ মূৰৰ দাম তেতিয়াৰ দিনতে দহ হেজাৰ টকা ঘোষণা কৰিছিল হেনো।

এবাৰ তেওঁ মানুহ এঘৰত আত্মগোপন কৰি থকা সময়ত কেনেবাকৈ গম পাই মিলিটাৰিয়ে গোটেই ঘৰ ঘেৰাও কৰি ল'লে। কিন্তু মিলিটাৰিৰ সেই বেহু ভেদ কৰি মামা কেনি ওলাই গ'ল কোনেও গম নেপালে। মামা হাৰা হৈ গ'ল। মামাই যেন সঁচাকৈ অন্তৰ্ধান হোৱা মন্ত্ৰহে জানে। ঘৰৰ গৃহস্থয়ো তৰ্কিব নোৱাৰিলে। আচলতে মামাই তিৰোতা মানুহৰ ভেশ ধৰি কাহিলি পুৱা হোৱাৰ লগে লগে কাষত কলহ লৈ মিলিটাৰিৰ চকুৰ আগেৰে বাৰীৰ পিছফালৰ পুখুৰীলৈ বুলি ওলাই গ'ল। পুৱা গোটেই ঘৰ খানাতলাচ কৰিও মামাক ক'ত পায়। তেতিয়াৰ দিনত হেনো পুলিচ-মিলিটাৰিয়ে মাইকী মানুহক কিছু সন্মান কৰিছিল। এতিয়াৰ কথা হোৱা হ'লে হয়তো বেলেগ হ'লহেঁতেন।

আকৌ এবাৰ হেনো মামা কথমপি কপালৰ জোৰতহে বাচি গ'ল। তেওঁৰ ওপৰত ৰেল লাইনৰ ফিচ প্লেট উঠোৱাৰ দায়িত্ব। ৰাতি চাৰে দহ বজাত সেই ঠাইৰে মিলিটাৰি ট্ৰেইন এখন পাৰ হ'ব। সেই ট্ৰেইনখন বগৰাব লাগে। পৰিকল্পনা অনুযায়ী সকলো কাম ঠিকেই চলি আছিল কিন্তু শেষ মুহূৰ্তত তেওঁলোক ব্যৰ্থ হ'ল। কেনেবাকৈ ইংৰাজৰ চোৰাংচোৱাই সম্ভৱ গম পালে। জোপোহাৰ মাজত লুকাই থকা অৱস্থাত ৰাতি মামাক এজাক মিলিটাৰিয়ে ঘেৰি ধৰিলে। হঠাতে কেবাটাও টৰ্চৰ পোহৰ ৰবীন মামা লুকাই থকা জোপোহাটোৰ ওপৰত পৰিল। এক মুহূৰ্তৰ বাবে মামা বিমূঢ় হ'ল। কি কৰিব কি নকৰিব ঠিক কৰিব নোৱৰাত পৰিল।

মাত্ৰ কেইটামান মুহূৰ্ত। তাৰ পিছত তেওঁ প্ৰাণটাকি দৌৰ দিলে। পিছফালৰপৰা কেবাটাও বন্দুক একেলগে গৰজি উঠিল। সেই ঠাইখিনি আছিল এটা বিলৰ পাৰ। পাৰে পাৰে কিছুদূৰ তেওঁ দৌৰিলে। কাণৰ কাষেৰে বন্দুকৰ গুলি পাৰ হৈ গ'ল। ৰবীন মামাই বিলত জাঁপ মাৰি দিলে। পানীলৈ লক্ষ্য কৰি মিলিটাৰিয়ে জাউৰিয়ে জাউৰিয়ে গুলি বৰষিবলৈ লাগিল। কিন্তু কপালৰ কি ফেৰ! মামাৰ গাত গুলি নালাগিল। মেটেকাৰ তলে তলে সাঁতুৰি সাঁতুৰি মামা বিলৰ মাজ পালেগৈ।

এক পল্টন মিলিটাৰিয়ে টৰ্চ মাৰি মাৰি আৰু মাজে মাজে বিলৰ বুকুলৈ লক্ষ্য কৰি গুলি চলাই ওৰে ৰাতি পহৰা দি থাকিল। আচৰিত, সেই এন্ধাৰৰ মাজে মাজে আঘোণমহীয়া জাৰত বিলৰ মেটেকাৰ তলে তলে সাঁতুৰি ৰবীন মামা দুমাইল অতিক্ৰম কৰি আনটো পাৰ ওলাল। গোটেই গাৰপৰা কুৰিডালমান হাতীশুঁৰীয়া জোক একৰালে। মিলিটাৰিয়ে ৰাতিপুৱা গোটেই বিল চলাথ কৰিলে যদিও মামাক আৰু ক'ত পায়!

ৰবীন মামাৰ মুখত এইবোৰ কাহিনী শুনিবলৈকে সকলোৱে জুম বান্ধে। কাহিনী শুনি সিহঁত শিহৰিত হয়। মামাই কথাবোৰ ক'বও জানে বসালকৈ। মামাই কৈ যাওঁতে

সিহঁতৰ চকু-মুখ উজ্জ্বল হৈ উঠে। অইনৰ মনত হোৱা প্ৰতিক্ৰিয়াৰ কথা সি নেজানিলেও তাৰ নিজৰ মনত কি প্ৰতিক্ৰিয়া হয় সি জানে। ৰবীন মামাই তাৰ মনত বীৰৰ আসন পায়। ৰবীন মামা তাৰ আদৰ্শ পুৰুষ হয়। সেয়া অৱশ্যে তাৰ দহ-বাৰ বছৰ বয়সৰ কথা। পিছত, সি বুজন হোৱাৰ পিছত ৰবীন মামাৰ সান্নিধ্য সৰহ দিন নেপালে।

ৰবীন মামাৰ একেবাৰে নিজৰ বুলিবলৈ কোনো নাছিল। মাক বহুদিন আগতেই ঢুকাইছিল। তেওঁ বিয়া-বাৰু নকৰালে। সময়েই নেপালে হেনো। স্বাধীনতাৰ আগতে তো আছিলেই স্বাধীনতাৰ পিছতো তেওঁৰ দলক স্বাধীন চৰকাৰেও নিষিদ্ধ ঘোষণা কৰিলে। ফলত ৰবীন মামাই কেবা বছৰো জেল খাটিব লগীয়া হ'ল। জেলৰপৰা ওলাই ভগ্ন স্বাস্থ্যৰে তেওঁ নতুনকৈ দলৰ সংগঠনত লাগিছিল কিন্তু ইতিমধ্যে দলত ভাঙোন আৰম্ভ হ'ল। দলীয় স্বাৰ্থতকৈ ব্যক্তি স্বাৰ্থক উৰ্দ্ধত ৰখা ৰাজনীতিৰ খোৱা-কামোৰাত দলৰ নেতাসকল ব্যস্ত হৈ পৰিল। ৰবীন মামা ওলাই আহিল। ভগ্ন স্বাস্থ্য, ভগ্ন মন লৈ নতুনকৈ কিবা এটা কৰাৰ অৱশিষ্ট উদ্যম মামাৰ আৰু নাছিল। তেওঁৰ মাটি-বাৰী যিখিনি আছিল তাৰ সৰহভাগ অইনে আত্মসাৎ কৰি ল'লে। মামাৰ সেইবোৰলৈ তো কাণসাৰেই নাই। ভেটি-মাটি ডোখৰৰ বাহিৰে তেওঁৰ একো নেথাকিল। তেওঁকনো তাতকৈ বেছি লাগে কি ? দিহিঙে-দিপাঙে ঘূৰি ফুৰাই তেওঁৰ কাম। এক সম্পূৰ্ণ ব'হেমিয়ান জীৱন। তেওঁ পখিলা কঢ়িয়াই ফুৰে। ৰবীন মামাই সপোন কঢ়িয়াই ফুৰে।

ঘপহকৈ ক'ৰবাৰপৰা এদিন ওলায়হি। সাদিনমান থাকে আৰু তাৰ পিছত প্ৰস্থান কৰে। অহাৰো ঠিক নাই, যোৱাৰো ঠিক নাই। তেওঁৰ কোনো স্থায়ী ঠিকনাও নাই। তাৰ মাক-দেউতাকে সিহঁতৰ লগতে থাকিবলৈ জোৰ কৰিছিল। কিন্তু স্থায়ীভাৱে ক'তো থকা মানুহ তেওঁ নহয়। তাৰ মনত আছে দেউতাকে হাঁহি হাঁহি ৰবীন মামাক কৈছিল ঃ ইয়াতে থাকক, খোৱামুঠি এনেয়ে নিদিওঁ। আপুনি ইয়াক অলপ পঢ়ুৱাই মেলি দিব।

স্বভাৱসুলভ হাঁহি এটাৰে ৰবীন মামাই দেউতাকৰ প্ৰস্তাৱটো এৰাই গৈছিল। লগতে অৱশ্যে কৈছিল ঃ এনেকৈয়ে ভাল, বুইছা, মাজে সময়ে লগ পাই থকাটোৱেই ভাল। সদায় থাকিবলৈ ল'লে তোমালোকে মোক খেদিবলৈ উঠি পৰি লাগিবাহঁক। আকৌ সেই স্বভাৱসুলভ দিল খোলা হাঁহি।

ৰবীন মামা কেন্সাৰত ঢুকাল। এনেবোৰ মানুহৰ জীৱনত সাধাৰণতে যিটো ঘটে ৰবীন মামাৰ ক্ষেত্ৰতো সেয়াই ঘটিল। শেহৰ সময়খিনি ৰবীন মামাৰ আছিল বৰ কৰুণ। জৰা, ৰোগ, দৰিদ্ৰ্য আৰু নিঃসংগতাই তেওঁক খুলি খুলি খাইছিল। তেওঁ আগৰ মানুহজন হৈ থকা নাছিল।

শেষবাৰৰ বাবে লগ পাওঁতে ৰবীন মামাই তাক কৈছিল ঃ মই মোৰ বিশ্বাসত অটল থাকিলো। এটা নীতি, এটা আদৰ্শ অনুসৰণ কৰিবলৈ চেষ্টা কৰিলো। জীৱনত বিচিত্ৰ অভিজ্ঞতা লাভ কৰিলো। আৰু বেছিদিন বাকীও নাই। কিন্তু এতিয়া আহি আহি কি ভাব হৈছে জাননে ? কিবা এটা পাবলৈ বিচৰাটোৱেই শেষ কথা নহয়। পৰিণতিয়েই শেষ কথা নহয়, পন্থাৰ কথাও বিবেচনা কৰিব লাগে। দেশৰ এই স্বাধীনতা আমি বিচৰা নাছিলো। তহঁতেই পাৰ যদি কিবা এটা কৰ। এই স্বাধীনতা আমাৰ স্বাধীনতা নহয়।

ৰবীন মামাৰ কথাখিনি তেতিয়া তাৰ বোধগম্য হোৱা নাছিল। দৰাচলতে তেতিয়া তাৰ বাবে কথাখিনি অপ্ৰাসঙ্গিক যেনেই লাগিছিল। ৰবীন মামা হেৰাই গ'ল। এইদৰে কত ৰবীন মামা হেৰাই গৈছে ! হেৰাই যাবলৈকে ৰবীন মামাহঁতৰ জন্ম নেকি ? ৰবীন মামা হেৰাই গ'ল সঁচা, কিন্তু তেওঁ মোনাত কঢ়িয়াই ফুৰা সপোনবোৰ হেৰাই নগ'ল। সপোনবোৰ পখিলাৰ দৰে পাখি মাৰি আজিও উৰি ফুৰে। চকু মুদিলেই সি দেখা পায় আশ্চৰ্যসুন্দৰ পখিলাবোৰে তাৰ সন্মুখত ডেও দি দি নাচে। সি বিভোৰ হয়, এক অতীন্দ্ৰিয় সুখহে যেন সি অনুভৱ কৰে। সি স্বপ্নলোকলৈ উৰা মাৰে। সি নিজেও যেন এটা পখিলা হৈ পৰে।

# বিদাৰিত স্বপ্নৰ বিভ্ৰম

কুঁৱলীৰ পাতল ওৰণি ফালি মিঠা ৰ'দজাক কেউপিনে সিঁচৰতি হৈ পৰিছে। গছ-বনৰ পাতত জলমলাই থকা নিয়ৰৰ টোপালবোৰ মুকুতা মণিৰ দৰে দেখাইছে। পোহৰৰ বিচ্ছুৰণ ঘটিছে। চৰাইবোৰে গছৰ ডালে ডালে জঁপিয়াই ফুৰিছে।

এটা মোহময় ৰাতিপুৱা।

নিয়ৰ গচকি কুঁৱলীৰ মাজে মাজে আহি আছে বন্তি। জীয়াঁ পাখিৰ দৰে পাতল শুভ্ৰ এসাজ কাপোৰ পিন্ধিছে বন্তিয়ে। ইমান ধুনীয়া দেখাইছে বন্তিক! এপাহ ফুলৰ দৰে। দেহৰ প্ৰতিটো ভাঁজে ভাঁজে লিপিট খাই পৰিছে পাতল কাপোৰ সাজ। লয়লাস খোজৰ তালে তালে দুলিছে সুউন্নত বক্ষযুগল। ওঁঠত লাগি আছে এক ৰহস্যময় হাঁহি। দীঘল চুলিৰ বেণীডাল আগফালে দুই বুকুৰ মাজেৰে এডাল সাপৰ দৰে লৰচৰ কৰিছে। বেণীত এধাৰ খৰিকাজাই ফুলৰ মালা। এই ৰূপৰ বৰ্ণনা সি পঢ়িছেহে, নাৰীৰ এই অভিসাৰী ৰূপ স্বচক্ষে সি তো দেখা নাই কোনোদিনে! বিস্ময়-বিমুগ্ধ নয়নেৰে চাই ৰ'ল সি।

বন্তি ক্ৰমে ক্ৰমে তাৰ ওচৰ পালেহি। এক মৃদু সুবাস তাৰ নাকত লাগিল। মৃদু অথচ দেহ-মন মতলীয়া কৰা এক সুবাস। বন্তি আহি থাকিল। সুবাসৰ তীব্ৰতা সি অনুভৱ কৰিলে। সুবাসে তাক উন্মনা কৰিলে, মতলীয়া কৰিলে। সুবাসে তাক উত্ৰাৱল কৰিলে। আচৰিত এক উন্মাদনা সি তাৰ দেহৰ সিৰাই সিৰাই অনুভৱ কৰিলে।

বন্তি আহি তাৰ ওচৰতে ৰহিল। তাৰ সোঁহাতখন তাইৰ নিজৰ হাতত তুলি ল'লে। আঙুলিৰ ফাঁকেৰে আঙুলি সুমাই জোৰেৰে খামুচি ধৰি থাকিল ক্ষন্তেক পৰ। তাৰ পিছত মুঠি শিথিল কৰি তাৰ হাতৰ তলুৱাখন তাইৰ গালত লগাই দিলে। বুলাই নিলে গালৰ ওপৰে ওপৰে। ইখন গালৰপৰা সিখন গাল। এবাৰ দুবাৰ তিনিবাৰ। তাৰ পিছত তাইৰ ওঁঠ। নিয়ৰত সেমেকা যদিও উষ্ণ। বন্তিৰ দেহৰ উষ্ণতা সি অনুভৱ কৰিলে। উষ্ণ নিশ্বাস-প্ৰশ্বাস তাৰ হাতত লাগিল। তাৰ হাতখন তাইৰ ওঁঠত লগাই ধৰি থাকিল। সি নিঃসাৰ নিষ্ক্ৰিয়, নিশ্চল হৈ ৰৈ থাকিল।

গন্ধ, স্পৰ্শৰ অপূৰ্ব এক মাদকতাই তাক নিষ্ক্ৰিয় কৰি তুলিলে। যেন বৈদ্যুতিক সোঁতহে তাৰ দেহৰ মাজেৰে প্ৰবাহিত হৈ গ'ল। নিৰ্বাক নিস্পন্দ হৈ সি পৰি ৰ'ল। এখন হাতেৰে তাৰ সোঁ হাতখন খামুচি ধৰি থাকি আনখন হাতেৰে বন্তিয়ে তাৰ চুলিখিনি

মোহাবিষ্টলৈ লাগিল। ওঁঠত তেতিয়াও লাগি আছে সেই বহস্যময় মিচিকিয়া হাঁহি। চুলিত তাইৰ তেতিয়াও লাগি থোৱা বিন্দু বিন্দু নিয়ৰ কণা। জীয়াঁ পাখিৰ দৰে পাতল শুভ্ৰ কাপোৰসাজ নিয়ৰত তিতি দেহৰ ভাঁজৰ অ'ত ত'ত লাগি ধৰিছে। ঈষৎ মেদবহুল দেহৰ ভাঁজ প্ৰকট হৈ পৰিছে। জিলিকি উঠিছে গাৰ সোণালী বং। কুঁৱলীৰ মাজেৰে বিচ্ছুৰিত হোৱা সোণালী ব'দৰ কিৰণে অধিক মোহনীয় ৰূপত উদ্ভাসিত কৰিছে বস্তিৰ দেহ।

বহুপৰ থৰ লাগি সি বস্তিৰ মুখলৈ চাই ৰ'ল। নিস্পলক চাৱনি। আজি যেন প্ৰথমবাৰৰ বাবে সি তাইক দেখা পাইছে।

এক সন্ধানী দৃষ্টিৰে সি তাইক চাবলৈ আৰম্ভ কৰিলে। ডিম্বাকৃতিৰ মুখাবয়ব, বৈ পৰা চেলাউৰি, সাধাৰণৰ তুলনাত ডাঙৰ ডাঙৰ এহাল চকু, ঈষৎ চুটি নাক, গালৰ সোঁফালে এটা মাহ, ওপৰ ওঁঠত নাকৰ বাওঁপিনে এটা তিল, খাজ কটা থুতৰি, উজ্জ্বল সোণালী বৰণ। চকুৰ গভীৰ চাৱনি আৰু ওঁঠত লাগি থকা এক বহস্যময় হাঁহিৰ বেশ।

মুখৰপৰা দৃষ্টি সি ধীৰে ধীৰে তললৈ নমাই আনিলে। মিহি এডাল চেইনে শোভা বঢ়োৱা সুগঠিত গ্ৰীৱা, সুগোল বাহুদ্বয়, খঁকে কটা ব্লাউজটোৰ শাসন মানিব নোখোজা উদ্ধত স্তনযুগল, মসৃণ পিঠি, মসৃণ কঁকালৰ ভাঁজ আৰু ..। নাই, তাৰ কিবা লাজ লাজ লাগিল। তাৰ কাষত অৰ্দ্ধশায়িত দেহভঙ্গীৰ এই নাৰী তাৰ অচিনাকি। বিস্ময় বিস্ফাৰিত নেত্ৰে সি চাই ৰ'ল। কিমান পৰ এইদৰে পাৰ হ'ল তাৰ খেয়াল নাই। সময়ৰ হিচাপ অবান্তৰ। হয়তো দুই মিনিট, হয়তো অনন্ত কাল। অনন্তকালেই হওক।

সমগ্ৰ দেহত সি অনুভৱ কৰিলে এক আচৰিত দহনৰ জ্বালা। অনুভূত হ'ল এক আচৰিত উন্মাদনা। সি অস্থিৰ হ'ল। আশ্চৰ্যমধুৰ এক যন্ত্ৰণাই তাক যেন বিভত কৰি তুলিলে।

শৰীৰৰ এক নিজস্ব ভাষা আছে, শৰীৰৰ নিজস্ব ধৰ্ম আছে। সহনশক্তিৰ এক সীমা আছে। তাক যন্ত্ৰণাৰপৰা মুক্তি লাগে। তাক পৰিত্ৰাণ লাগে। বস্তিৰ উন্মুক্ত বুকুৰ মাজত সি তাৰ মুখখন গুজি দিলে। তাই তাক জোৰেৰে সাবটি ধৰিলে।

সি ডুবি গ'ল। মুক্তিৰ আকাংক্ষাত সি এক নিষিদ্ধ জলধিত জাঁপ দিলে। সি ধীৰে ধীৰে ডুবি যাবলৈ ধৰিলে। গভীৰৰপৰা গভীৰলৈ। গভীৰৰপৰা গভীৰলৈ। আৰু এই ডুবি যোৱাৰ অপূৰ্ব মাদকতাত ক্ষণে ক্ষণে সি শিহৰিত হ'ল। চৌদিশে তাৰ এন্ধাৰ, এন্ধাৰ আৰু এন্ধাৰ।

বস্তি স্বপ্ননে, বস্তি মায়ানে বস্তি ভ্ৰম! বস্তি কুঁৱলীৰ মাজত মিলি গ'ল। সি নিজেই ভয় খাই গ'ল। ডিঙিৰে ওলাই আহিল এটা কৰ্কশ গোঙনি।

## 'অকলেই মইপান কৰোঁ মোৰ একান্ত নিঃস্বাদ জীৱন'

সময়ৰ কি যে খেলা ! কি কৰিব নোৱাৰে সময়ে ? সময়ৰ বিশাল নদীৰ সোঁতত জীৱনবোৰ কিদৰে উটি ভাহি ফুৰে ! যেন কণ কণ বালিকণা।

সেই যে বন্তিৰ সৈতে তাৰ পৰিচয়, গুৱাহাটীত পঢ়ি থকা কালত কটোৱা সেই দিনবোৰ ! বন্তিয়ে তাৰ সৈতে কৰা তৰ্ক, বন্তিৰ অভিমান, বন্তিৰ প্ৰতি তাৰ আকৰ্ষণ, বি এ পাছ কৰাৰ লগে লগে হঠাৎ বন্তিৰ বিয়া, বন্তিৰ সৈতে তাৰ যোগাযোগ বিচ্ছিন্ন হোৱা, এই দলৰ সৈতে সি জড়িত হৈ পৰা আৰু বিয়াৰ দুবছৰ পিছতে বন্তি বিধৱা হোৱা — এই যে ঘটনাবোৰ, তাৰ সন্দেহ হয়, এইবোৰ বাস্তৱ নে বিমূৰ্ত ? ক্ৰমহীন, বিক্ষিপ্ত এই ঘটনাবোৰ ইমান ক্ষীপ্ৰ গতিত তাৰ জীৱনত ঘটি গৈছে যে তাৰ বিশ্বাস কৰিবলৈ টান লাগে এইবোৰৰ নায়ক প্ৰকৃততে সিয়েইনে বাৰু ?

বন্তিক সি ভাল পাইছিল। বন্তিক সি আজিও ভাল পায়। অথচ বন্তিয়ে তাক জনাইছিল তাই তাক শ্ৰদ্ধাহে কৰে। শ্ৰদ্ধা প্ৰেম নহয়। শ্ৰদ্ধা জানো প্ৰেম হ'ব পাৰে ? প্ৰেমৰ অনুভূতিক তাই চিনি পায়। প্ৰকৃত প্ৰেমৰ অনুভূতিক তাই চিনি পায়। প্ৰকৃত প্ৰেমৰ অনুভূতিয়ে মানুহক নঠগে। স্বতঃস্ফূৰ্ত অনুভূতিয়ে মানুহক সাধাৰণতে বিশ্বাসঘাতকতা নকৰে। সিহঁতৰ মাজৰ সম্পৰ্কক ভাল বন্ধুত্বৰ বাহিৰে অইন একো আখ্যা দিব নোৱাৰি।

বন্তিক যোৱা চাৰি বছৰে সি দেখাই নাই। অথচ যোৱা চাৰি বছৰৰ প্ৰতিটো মুহূৰ্তৰ সঙ্গী বন্তিয়েই। বন্তিক এৰি সি এটা মুহূৰ্তও কটোৱা নাই। তাৰ ধাৰণা বন্তিৰ ভুল হৈছে। বন্তিয়ে নিজক চিনি পোৱা নাই। বন্তিয়ে যাক শ্ৰদ্ধা বুলি ভাবি, বন্ধুত্ব বুলি ভাবি প্ৰেমৰপৰা পৃথক কৰিছে, দৰাচলতে সি হ'ল প্ৰেমৰেই অন্য এক ৰূপ। বন্তিয়েও তাক ভাল পায়। ভালপোৱাৰ ইও অন্য এক প্ৰকাশ।

কবিতা মাতি ভাল পোৱা, শায়েৰ আবৃত্তি কৰি ভালপোৱা বেচেৰা ইমটিয়াজে কোৱা কথা : জীৱনটোনো কি আৰু ! এই যে সৰু সৰু কথাবোৰ ! ক'ৰবাত কোনোবাই

তোমাৰ বাবে বাট চাই আছে, কোনোবাই তোমালৈ প্ৰতীক্ষা কৰিছে ! আহ, কিমান মধুৰ ! ক'ৰবাত কোনোবা নিশ্চয় আছে। 'খুঁজে দেখো, আছে আছে/নির্জনে কি কোনো জনতায়/সেই দুটি প্রতীক্ষার চোখ/যে আকাশ সূর্যাতীত/তারই ছায়াপড়া।'

যেচেৰা ইমটিয়াজ ! কবিতা ভালপোৱা ইমটিয়াজ নিজেই এটা কবিতা হৈ নির্জন অৰণ্যত পৰি ৰ'ল।

কোনোবাই যেন হাতুৰিৰে মূৰত প্ৰচণ্ড আঘাত কৰিলে। বিদ্যুৎস্পর্শী আঘাত।

অকস্মাতে চিঠিখনৰ কথা তাৰ মনলৈ আহিল। ক'ত আছে চিঠিখন ? পেণ্টৰ ভিতৰজেপত থকা চিঠিখন সি এবাৰ চাব খুজিলে। নাই, হাত-ভৰিয়ে তো তাৰ কোনো শাসন নেমানে। তাৰ কোনো কথা নুশুনে। ঠিক আছে, কতবাৰ পঢ়িছে সি চিঠিখন। প্ৰতিটো শব্দই তাৰ মুখস্থ হৈছে, প্ৰতিটো আখৰৰ প্ৰতিটো পাক তাৰ মনত আছে। অন্তৰে আনি দিয়া সেইখনেই বন্তিৰ শেষ চিঠি।

"........পুৰণি কথা মনত পেলাই আজি আৰু লাভ নাই। ভাগ্যক থিয়াই থাকিব পৰা হ'লেই ভাল আছিল। মোৰ জীৱনৰ সকলো ঘটনা-দুৰ্ঘটনাৰ বাবে ভাগ্যকে দায়ী কৰিব পৰা হ'লে শান্তি পালোঁহেঁতেন। অন্ততঃ এতিয়াৰ সমান যন্ত্ৰণা নেপালোঁহেঁতেন। কিন্তু তুমিয়ে তো শিকালা মানুহৰ জীৱন ভাগ্যই নিয়ন্ত্ৰণ নকৰে। কৰে মানুহে আৰু মানুহে নিজে। নিয়ন্ত্ৰণ কৰে সমাজে, সমাজ ব্যৱস্থাই। কি কথা শিকালা জানো এইবোৰ ! মানুহৰ জীৱনৰ সকলো কৰ্মকাণ্ড, সভ্যতাৰ ক্ৰমবিকাশ পৰ্যন্ত এই সকলোবোৰেই মানুহৰ মুক্তিৰ আকাংক্ষাৰপৰাই উৎসাৰিত।

মানুহে স্বাধীনতা বিচাৰে, মানুহক স্বাধীনতা লাগে। সাতচল্লিশৰ তথাকথিত স্বাধীনতাৰে দেশবাসীক যি প্ৰৱঞ্চনা কৰা হ'ল তাৰ প্ৰতিবাদ কৰিবলৈকে তোমালোক ওলাই আহিছা। তোমালোকে প্ৰকৃত স্বাধীনতা বিচাৰিছা। এই স্বাধীনতাৰ হকে তোমালোকে প্ৰাণ দিবলৈ কিম্বা প্ৰাণ ল'বলৈকো কুণ্ঠাবোধ নকৰা।

এইবোৰ তুমি কৈছিলা। এইবোৰ তুমি কোৱা কথা। তোমাৰ বিদ্যা-বুদ্ধি-জ্ঞানৰ ওপৰত মোৰ গভীৰ আস্থা। তোমাক মই শ্ৰদ্ধা কৰোঁ। তুমি মোক নতুন জ্ঞান দিছিলা। জীৱনটোক নতুনকৈ চাবলৈ, নতুনকৈ উপলব্ধি কৰিবলৈ প্ৰথম তোমাৰপৰাই শিকিছিলোঁ। জীৱনটো অকল আৱেগেৰে পৰিচালিত নহয়।

জীৱনৰ প্ৰতিটো কথা যুক্তিৰে ফঁহিয়াই চাব লাগে। মানুহ অকল এক ব্যক্তিবিশেষ মাথোঁ নহয়। মানুহ বৃহত্তৰ সমাজৰ এটা অংশ। এক অবিভাজ্য অংশ। এইবোৰ কথা প্ৰথম প্ৰথম তোমাৰ পৰাই তো শিকা। তোমাৰপৰা শিকা কথাৰ আঁত ধৰিয়েই তো আজি এইখিনি কথা ক'বলৈ প্ৰয়াস কৰিছোঁ।

সৰু কথা এটা মনত পৰিছে। তোমাৰ বাৰু মনত পৰেনে তোমাৰপৰা অনা কিতাপ এখনত মই মাজে মাজে দাগ দিয়া বাবে তুমি মোক জোকাইছিলা ? ভাল লগা কথা পালে কিতাপত দাগ দিয়াটো মোৰ অভ্যাস। এই অভ্যাসৰ বশবৰ্তী হৈয়ে তোমাৰ কিতাপখন পঢ়ি যাওঁতে ঠায়ে ঠায়ে মই দাগ দি গৈছিলোঁ। সেই প্ৰসঙ্গকে লৈ তুমি কোনোবা ডাঙৰ লেখকৰ উদ্ধৃতি দি কৈছিলা যে কিতাপত দাগ দিয়াটো হেনো নিজৰ জ্ঞান জাহিৰ কৰাৰ এক অক্ষম প্ৰয়াস। মোৰ খং উঠিছিল। খঙতে কিতাপখন মই তোমাক ঘূৰায়ে নিদিলোঁ।

কিতাপখন মোৰ লগত আজিও আছে। মোৰ ভাল লগা এখন কিতাপ। মাজে মাজে উলিয়াই চাওঁ। সেই কিতাপখনতে দাগ দি থোৱা আছিল এষাৰ কথা। Tocqueville-য়ে কোৱা কথা : It is always a great crime to deprive a people of its liberty on the pretext that it is using it wrongly. কথাষাৰ অকল ভাল লগা বাবেই যে দাগ দি ৰাখিছিলোঁ এনে নহয়, কথাষাৰৰ মাজৰ অন্তৰ্নিহিত মৰ্মকথা মই যেন উপলব্ধি কৰিছিলোঁ। মই বিশ্বাস কৰিছিলোঁ। এই সম্পৰ্কে তোমাৰ সৈতেও মই আলোচনা কৰিছিলোঁ। এই একেটা কথাকে তুমিও কিবা কৈছিলা। মনত আছেনে তোমাৰ ?

তুমি যুক্তিৰ কথা কোৱা,ময়ো যুক্তিৰেই বিশ্লেষণ কৰি চোৱাৰ চেষ্টা কৰিছোঁ। মোৰ স্বামীক তুমি জানিছিলা। তেওঁ এজন সৎ লোক আছিল। তেওঁ এক আদৰ্শত বিশ্বাসী আছিল। নীতিৰ ক্ষেত্ৰত, আদৰ্শৰ ক্ষেত্ৰত তেওঁ কাৰো সৈতে আপোচ কৰিব খোজা নাছিল। তোমালোকৰ মতৰ সৈতে তেওঁৰ মতৰ অমিল আছিল। তেওঁ কিন্তু তেওঁৰ মতত অবিচল আছিল। তোমালোকৰ উদ্দেশ্যৰ সততাৰ প্ৰতি সহানুভূতিশীল হৈও মোৰ স্বামীয়ে তোমালোকৰ পন্থাক কিন্তু সমৰ্থন কৰিব পৰা নাছিল। সেই কথা তেওঁ মুকলিকৈ

কৈছিল। আৰু ঠিক সেই কাৰণেই তেওঁ মৃত্যু বৰণ কৰিব লগীয়া হ'ল। গুপ্তঘাতকে তেওঁক নৃশংসভাৱে হত্যা কৰিলে। তেওঁক হত্যা কৰাৰপৰা কাৰ কি লাভ হ'ল ? মই আজিও বুজি নাপাওঁ। মই নাজানো। মই মাথোঁ জানো যে এজন সৎ মানুহ পৃথিৱীৰপৰা অকালতে নোহোৱা হ'ল। মই মোৰ এটা জীৱন আৱৰ্তণিতে হেৰুৱালো। বিয়াৰ মাত্ৰ ডেৰটা বছৰ পিছতে মই স্বামীহাৰা হ'লো।

প্ৰতিবাদী কণ্ঠ ৰুদ্ধ কৰি মানুহক স্বাধীনতাৰ কি স্বাদ দিব পাৰি ? তাজ এ'গু অলবেজ জাষ্টিফাই ড্য মিনচ ? তোমাৰ সেই কিতাপখনতেই পাইছিলো : An end which requires unjust means is not a just end...... The demand for justice ends in injustice if it is not primarily based on an ethical justification of justice : without this, crime itself one day becomes a duty. স্বাধীনতাৰ দোহাই দি নিৰ্বিচাৰে মানুহৰ স্বাধীনতা হৰণ কৰা অপৰাধ নহয়নে ?

তুমি ইয়াৰ কি উত্তৰ দিবা মই নেজানো। উত্তৰ কিন্তু তোমাৰপৰাই আশা কৰিছোঁ। মোৰ শংকা-সংশয়-সন্দেহ তুমি নিৰসন কৰিবা। তোমালৈ মোৰ শ্ৰদ্ধা আৰু শুভেচ্ছা থাকিল।"

দুবছৰ ধৰি লগত লৈ ফুৰা বিবৰ্ণ হৈ যোৱা এই চিঠিখনৰ উত্তৰ সি বন্তিক দিব পৰা নাই। কি উত্তৰ দিব সি ? সি বন্তিৰ মুখামুখি হ'বলৈ সাহস গোটাব পৰা নাই। কি সাহসেৰে সি বন্তিৰ সন্মুখত থিয় হ'ব ? সদ্য প্ৰস্ফুটিত ফুল এপাহৰ ৰং-ৰূপ-সুৰভি অকালতে নিষ্ঠুৰভাৱে নিঃশেষ কৰাৰ দোষত সি জানো দোষী নহয় ? সি দোষী, দোষী।

********

অৰণ্যৰ লুংলুঙীয়া এটা বাটেৰে শুকান পাতৰ মৰ্মৰ ধ্বনি তুলি কোন জানো আহিছে সেয়া ? আদিম নৈঃশব্দ্যৰ এই গভীৰ অৰণ্যত কোনে বাৰু কাক বিচাৰি আহিব পাৰে ? মানুহ হ'বই নোৱাৰে। দেৱদূত সঁচাকৈয়ে আছেনে বাৰু ? দেৱদূত নহয়, সি ধৰিব পাৰিছে এগৰাকী দেৱী। উধাতু খাই লৰাৰি আহিছে এগৰাকী দেৱী। চুলি মেলি,

দুহাত মেলি বাউলি হৈ লৰৰি আহিছে তাৰ ওচৰলৈ। হয়, সি ঠিকেই দেখা পাইছে। সি দেখা পাইছে উত্ৰাৱল হৈ তাৰ ওচৰলৈ আহিছে সেয়া তাৰ মাক। স্তব্ধ হৈ, চমকিত হৈ সি চাই আছে। মাকে তাক গৰা মাৰি ধৰিছে। তাৰ মূৰটো বুকুৰ মাজত লৈ গালে মুখে চুমাৰে ওপচাই দিছে। থোকাথুকি মাতেৰে মাকে তাক কৈছে : মোক কিয় ফাকি দিলা, সোণ। মোৰপৰাও তুমি কথা লুকুৱাব পৰা হ'লা ? যি হ'ল হ'ল, এতিয়া মই আহিছোঁ। মই তোমাক পাইছোঁ যেতিয়া তোমাৰ একো চিন্তা নাই। মই তোমাৰ মা, মই তোমাক মোৰ বুকুৰ মাজত লুকাই ৰাখিম। তুমি মোৰ দেহৰ অংশ, তুমি মোৰ হৃদয়ৰ অংশ। দৰাচলতে তুমিয়ে মোৰ আত্মা। মোৰ আত্মা মই ঘূৰাই পাইছোঁ। মই মোৰ সপোন ঘূৰাই পাইছোঁ। দেউতাৰাই মোক দি থৈ যোৱা তুমিয়ে মোৰ স্বপ্ন, তুমিয়ে মোৰ জীৱন।

তাৰ মূৰটো বুকুত গুজি লৈ মাকে তাৰ গালে মুখে হাত ফুৰাইছে, তাক চুমাৰে ওপচাই দিছে আৰু সি লক্ষ কৰিছে মাকে কান্দিছে। সি তাৰ জিভাত অনুভৱ কৰিছে চকুলোৰ লুণীয়া স্বাদ। সি বিচলিত হৈছে। তাৰো কান্দিবৰ মন গৈছে। ফেঁকুৰি ফেঁকুৰি যেন সি কান্দিব। মাকক সি দুখ দিছে। মাকে তাক শাস্তি দিয়ক। মাকে তাক যি শাস্তি দিয়ে তাকেই মানি ল'বলৈ সি প্ৰস্তুত।

নাই, নাই, তুমি ভুল বুজিছা। মাকে জানো সন্তানক শাস্তি দিব পাৰে ? মই জানো তোমাক শাস্তি দিব পাৰোঁ ? মই ক'লোৱেই দেখোন তুমি মোৰ হৃদয়, তুমি মোৰ আত্মা। তোমাক মই কেনেকৈ শাস্তি দিম ? তুমি মোক একো দুখ দিয়া নাই। তুমি চিন্তা নকৰিবা। তুমি একো চিন্তা নকৰিবা। তোমাক মই অবিশ্বাস নকৰো। মই জানো তুমি দেউতাৰাৰ দৰেই হ'বা।

অনৰ্গল কথা কৈ গৈছে মাকে আৰু মাকৰ প্ৰতিটো কথাই কিবা এক মন্ত্ৰৰ দৰে কাম কৰিছে। মাকৰ হাতৰ পৰশে তাৰ দেহ-মনত দিছে এক স্বৰ্গীয় শান্তিৰ প্ৰলেপ, সি এক স্বপ্নলোকলৈ গতি কৰিছে। অতীন্দ্ৰিয় আৰু অপাৰ্থিৱ এক সুখৰ অনুভূতিয়ে তাক যেন ধীৰে ধীৰে অচেতন কৰি আনিছে। সি অনুভৱ কৰিছে এক আচৰিত প্ৰক্ৰিয়াৰে সি ক্ৰমে ক্ৰমে ৰূপান্তৰিত হৈছে এটি পাঁচ-ছবছৰীয়া শিশুলৈ। কুঁচি-মুচি সি মাকৰ বুকুত সোমাই পৰিছে। মাকে তাক আদৰ কৰিছে।

উচুপি উচুপি সি মাকক কৈছে : মা মোক বেয়া নাপাবা। মই তোমাৰ ওচৰত দোষ কৰিছোঁ। মই দোষী, মই দোষী। মোক তোমাৰ বুকুত সোমাই থাকিবলৈ দিয়া। মই আৰু তোমাক এৰি কেতিয়াও নাযাওঁ।

মাকে তাক জোৰেৰে সাবটি ধৰিছে আৰু কৈছে : মই দেখোন কৈছোঁৱেই, তোমাক মই বেয়া পাব নোৱাৰো। তুমি তোমাৰ যোগ্য কাম কৰিছা। তুমি তো মোলৈ

লিখা চিঠিখনত মোৰ আশীৰ্বাদ বিচাৰিছিলা। মই তোমাক আশীৰ্বাদ দিছোঁ। মোৰ হৃদয়, মোৰ আত্মা তুমি তো মোৰেই অভিন্ন সত্তা।

কথাখিনি কৈ কৈ মাকৰ কাপত সেই দেৱীগৰাকী শালৰ অৰণ্য ভেদি সোমাই অহা সোণালী ৰ'দৰ কিৰণৰ সৈতে বিলীন হৈ গ'ল।

নিমিষতে সূৰ্যটো নাইকিয়া হৈ গ'ল। সূৰ্য হেৰাই গ'ল। ঘোপ মৰা এন্ধাৰে কেউপিনৰপৰা আগুৰি ধৰিলে।

এন্ধাৰবোৰ ক্ৰমে ক্ৰমে ডাঠ হৈ আহিছে। পৃথিৱীখন চেঁচা হৈ আহিবলৈ আৰম্ভ কৰিছে। সমগ্ৰ পৃথিৱী শীতল এক হিমপিণ্ডত পৰিণত হৈছে। তাৰ মাজতে হিম-শীতল এন্ধাৰবোৰ ডাঠ জুলীয়া পদাৰ্থৰ এখন বিশাল নদীৰ দৰে দুৰ্বাৰ গতিত বাগৰি আহিছে। এই নদীয়ে এপিনৰপৰা সংহাৰি আনিছে সকলোকে। পলকতে ত্ৰাক উটাই নিছে। সি ডুবি গৈছে।

সি নিশ্চিহ্ন হৈ যাব নেকি ? এন্ধাৰৰ নে সময়ৰ সেই বিশাল নদীয়ে তাক নিশ্চিহ্ন কৰিব পাৰিবনে ? কিহৰ নদী সেইখন ? এন্ধাৰৰ নে সময়ৰ ?...

# ঈশ্বৰৰ প্ৰতিদ্বন্দ্বী অমৃতৰ সন্তান

লোকালয়ৰপৰা বহু বহু নিলগৰ গভীৰ অৰণ্যৰ মাজত এজন যুৱকৰ মৃতদেহ পোৱা গৈছে। সন্দেহ কৰা হৈছে নিষিদ্ধ বিপ্লৱী দলৰ এই সদস্যজন সেনাবাহিনীৰ ক'ম্বিং অপাৰেচনৰ সময়ত পলাবলৈ চেষ্টা কৰোঁতে মৃত্যুৰ মুখত পৰে। যুৱকৰ পৰিচয় এতিয়াও পোৱা হোৱা নাই। মৃতদেহ উৱলি যোৱা বাবে চিনাক্ত কৰাত অসুবিধা হৈছে। যুৱকজনৰ চোলাত এটা সৰু টোকা-বহী আৰু কেইখনমান জৰাজীৰ্ণ কাগজৰ বাহিৰে আন একো পোৱা নাই। কাগজকেইখিলা আৰু টোকা-বহীটো বিশেষজ্ঞই পৰীক্ষা কৰি আছে।

কাগজকেইখিলাৰ লেখাবোৰ পঢ়িব পৰা অৱস্থাত নাই। অনুমান কৰা হৈছে সেইকেইখন কাৰোবাৰ চিঠি। টোকা-বহীটো কিছু অক্ষত অৱস্থাত আছে। পলিথিনৰ সৰু মোনা এটাত ভৰাই তাক সযতনে পেণ্টৰ পকেটত ৰখা আছিল। টোকা-বহীটোত বিশৃংখল কেতবোৰ কথা আৰু কেতবোৰ উদ্ধৃতি। কিছুমান ঠাইত দিনলিপিৰ ৰূপত লিখা। টোকা-বহীটোৰপৰা ধাৰণা কৰিব পৰা হয় যুৱকজন অধ্যয়নপ্ৰিয় আছিল। অধ্যয়নপ্ৰিয় আৰু হয়তো নিঃসঙ্গ। কঠোৰ অনুশাসন মানি চলা এটা বিপ্লৱী দলত থাকি নিঃসঙ্গতাত ভোগা কিমান যন্ত্ৰণাদায়ক হ'ব পাৰে, সেই কথা যুৱকজনৰ টোকা-বহীটোৰ লেখা কিছুমানৰপৰাও অনুমান কৰিব পাৰি। টোকা-বহীটো লুটিয়াই গ'লে বহুতো সুন্দৰ কথা পোৱা যায়। বহুৰঙী পখিলাৰ দৰে। লেখাবোৰ এনে ধৰণৰ :

".... The world is no secret for the wise man. Why, does he need to stare into eternity ?"

"আজি ভাল লাগিছে। মোৰ মনৰ কথাখিনি প্ৰকাশ কৰিবলৈ ভাষা বিচাৰি ফুৰোঁতে মই পাই গৈছোঁ। মোৰ হৈ যেন অইনে কৈছে মোৰ মনৰ কথা। হয়, মানুহৰ জীৱনত একোটা সময় আছে যেতিয়া মানুহে হৃদয়ত আৰু প্ৰেমৰ অনুৰণন অনুভৱ নকৰে।"

"A time comes when one can no longer feel the emotion of love. The only thing left is tragedy. Living for someone or for something no

longer has any meaning. Nothing seems to keep it's meaning except the idea of dying for something."

"বিষণ্নতাৰ অন্য এক মাত্ৰা আছে। বিষণ্নতাই মানুহক সাময়িকভাৱে অক্ষম কৰে। লোকেল এনেস্থেচিয়াৰ দৰে।"

"He who loves his friend loves him in the present and the revolution only wants to love a man who has not yet appeared .. In the kingdom of humanity men are bound by ties of affection : in the empire of object men are united by mutual accusation এৰা, আমি ভালপোৱা বন্ধুজনক বৰ্তমানত ভাল পাওঁ, কিন্তু বিপ্লৱে ভাল পায় অনাগত দিনৰ অনাগত মানুহক।"

"যোৱা ৰাতি দেৱীগৰাকী সপোনত মোৰ ওচৰলৈ আহিছিল। একে থৰে বহু পৰ মোলৈ চাই আছিল। মই একো ক'ব পৰা নাছিলো। মোৰ ভাল লাগিছিল নে বেয়া লাগিছিল, মই কেনেকুৱা অনুভৱ কৰিছিলো মোৰ মনত নাই।"

"বস্তিয়ে লিখা কথা সঁচা। End cannot always justify the means মোৰ এই নতুন উপলব্ধিয়ে মোক অধিক নিঃসঙ্গ কৰিছে।"

"An end which requires unjust means is not a just end"

******

কৰ্তৃপক্ষ আৰু বিশেষজ্ঞসকল উঠি পৰি লাগিছে টোকা-বহীটোত প্ৰকৃততে কি লিখা আছে জানিবলৈ। প্ৰকৃত পাঠোদ্ধাৰ কৰিবলৈ গৈ তেওঁলোক বিমোৰত পৰিছে। অনামী যুৱকজনৰ কোনো ধৰণৰ পৰিচয় উদ্ধাৰ কৰিব পৰা নাই। টোকা-বহীটোত শেহৰ ফালে কেইটামান শব্দ বাৰে বাৰে লিখা আছে। পৃষ্ঠাৰ পিছত পৃষ্ঠা জুৰি লিখি থোৱা শব্দকেইটাই অধিক বিভ্ৰান্তিৰ সৃষ্টি কৰিছে। শব্দকেইটা হ'ল : ঈশ্বৰৰ প্ৰতিদ্বন্দ্বী অমৃতৰ সন্তান, ঈশ্বৰৰ প্ৰতিদ্বন্দ্বী অমৃতৰ সন্তান, ঈশ্বৰৰ প্ৰতিদ্বন্দ্বী .....

---